# অসম গৌৰৱ

## জীৱনী মালা

বিনন্দচন্দ্ৰ বৰুৱা






অসম সাহিত্য সভা

**ASAM GAURAV :** A Prominent life sketches of some herose and heroines of Assam written by Sri Binanda Chandra Baruah, Published by **Dr. Jagadish Patgiri,** General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1 1st July. 2006.

**Price : 25.00**

---





প্ৰকাশক : ডক্টৰ জগদীশ পাটগিৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫ ০০১

তৃতীয় প্ৰকাশ : ফেব্ৰুৱাৰী, ১৯৮৯ খ্ৰীষ্টাব্দ
চতুৰ্থ প্ৰকাশ : ১ জুলাই, ২০০৬ খ্ৰীষ্টাব্দ

মূল্য : ২৫.০০ টকা মাত্ৰ



মুদ্ৰক : বাহাৰুল ইছলাম চৌধুৰী
নৰ্থ ইষ্ট প্ৰিণ্টাৰ্ছ
উত্তৰ শৰণীয়া, গুৱাহাটী-৩
ফোন : ২৬৬৩৮০৩, ২৬০৬৬৯১

# প্ৰধান সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাই বিভিন্ন বিষয়ৰ ওপৰত মনোগ্ৰাহী কিতাপ প্ৰকাশ কৰি গ্ৰন্থ আন্দোলন গঢ়ি তোলাত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি আহিছে। সভাৰ ভালেমান গ্ৰন্থ পাঠকৰ দ্বাৰা বিপুলভাবে সমাদৃত হৈছে। অসম চৰকাৰৰ প্ৰাথমিক শিক্ষা বিভাগে সভাৰ এনে কিছু সংখ্যক কিতাপ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীৰ পঠন-পাঠন তথা জ্ঞান লাভৰ উপযোগী হ'ব বুলি ভাবি ক্ৰয় কৰিবলৈ সিদ্ধান্ত লয়। শিক্ষা বিভাগৰ অনুৰোধমৰ্মে সভাই ইতিমধ্যে প্ৰকাশ কৰি উলিওৱা 'শৰৎ চন্দ্ৰ গোস্বামীৰ নিৰ্বাচিত গল্প', বন্দিতা ফুকনৰ 'মিনুৰ অতিথি', ডম্বৰুধৰ দেউৰীৰ 'দেউৰী সাধু', বিনন্দ চন্দ্ৰ বৰুৱাৰ 'অসম গৌৰৱ', ড° পৰমানন্দ মহন্তৰ 'বিংশ শতাব্দীৰ অসমীয়া বিজ্ঞান সাহিত্য', ডিম্বেশ্বৰ চলিহাৰ 'বিলুপ্ত প্ৰাণী জগত', অভিজিৎ শৰ্মা বৰুৱাৰ 'বিদ্যুতৰ বিচিত্ৰ কাহিনী', ড° মিহিৰ কুমাৰ গোস্বামীৰ 'প্ৰতি জৈৱিক', এম আতাউৰ ৰহমান, এম. ইলিম উদ্দিন দেৱান, এম. ইব্ৰাহিম আলি সংকলিত আৰু সম্পাদিত 'ৰহিম- ৰূপবানৰ সাধু' পুনৰ মুদ্ৰণ কৰি প্ৰাথমিক শিক্ষা বিভাগক জমা দিয়ে। প্ৰাথমিক শিক্ষা বিভাগে গ্ৰন্থ ক্ৰয়ৰ এই মহৎ সিদ্ধান্তটি গ্ৰহণ কৰি অসম সাহিত্য সভাৰো গ্ৰন্থ ক্ৰয় কৰাৰ বাবে প্ৰাথমিক শিক্ষা বিভাগলৈ আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো। গ্ৰন্থকেইখন পুনৰ মুদ্ৰণৰ ক্ষেত্ৰত পৰামৰ্শাদিৰে বিশেষভাৱে সহায় কৰাৰ বাবে সভাৰ মাননীয় সভাপতি শ্ৰীযুত কনকসেন ডেকাদেৱলৈ শলাগ যাচিছোঁ। লগতে আমাক এই কামত লাগি দিয়াৰ বাবে সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, কাৰ্যনিৰ্বাহক সদস্য ড° নিশিপদ দেৱচৌধুৰী, শ্ৰীভৰত চন্দ্ৰ ডেকা, শ্ৰীগোপাল কাকতি, আৰু শ্ৰীভৱেশ দাসলৈ ধন্যবাদ জ্ঞাপন কৰিলো। শেষত কম সময়ৰ ভিতৰতে সুন্দৰকৈ কিতাপকেইখন সজাই-বন্ধাই উলিয়াই দিয়াৰ বাবে নৰ্থ-ইষ্ট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী বাহাৰুল ইছলাম চৌধুৰী লৈ ধন্যবাদ জনালোঁ।

গ্ৰন্থকেইখন শিক্ষক তথা ছাত্ৰ-ছাত্ৰীৰ জ্ঞান বৃদ্ধিৰ সহায়ক হ'লে আমাৰ আঁচনি আৰু শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

২৫ জুন, ২০০৬ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

(ডক্টৰ জগদীশ পাটগিৰী)
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# অসম গৌৰৱ

## জীৱনী মালা

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা



অসম সাহিত্য সভা

ASAM GAURAV : A Prominent life, sketches of some heroes and heroines of Assam written by Sri Binanda Chandra Baruah, published by Sri Amal Rajkhowa, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat-785001.
Third Edition February, 1989 : Price : Rs. [redacted]

অসম গৌৰৱ
লেখক :
শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

প্ৰকাশক :
শ্ৰীঅমল ৰাজখোৱা,
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট : ৭৮৫০০১

তৃতীয় প্ৰকাশ :
ফেব্ৰুৱাৰী, ১৯৮৯

মূল্য ২৫·০০

# পাতনি

দেশৰ বীৰ-বীৰাংগনাসকলৰ সাহস, দেশপ্ৰেম আৰু আত্মোৎসৰ্গৰ কাহিনীয়ে যে কেৱল অতীতৰ উজ্জ্বল ছবি এখনহে দাঙি ধৰে, এনে নহয়; লগতে জাতিৰ বৰ্তমান বংশধৰসকলক সোণালী ভৱিষ্যতৰ ফালে আগবাঢ়িবলৈ প্ৰেৰণা দিয়ে; বুকুত সাহ, অন্তৰত আকাংক্ষা আৰু বাহুত বল যোগায়; অতীতৰ ভুল-ভ্ৰান্তিৰপৰা হাত সাৰিবলৈ ইংগিতো দিয়ে । সেই বাবে জাতিৰ পথিকৃৎ বৰেণ্যসকলৰ সোঁৱৰণ অনুগামীসকলৰ বাবে অপৰিহাৰ্য ।

অতীত গৌৰৱৰ কবিতা ৰচি যশস্বী হোৱা কবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই এইবাৰ অসমৰ বীৰ-বীৰাংগনাসকলৰ অমৰ-কাহিনী চেমনীয়াহঁতলৈ আগবঢ়াইছে। তেওঁলোকে পুথিখন আদৰেৰে হাতত ল'লেই লেখকৰ উদ্দেশ্য সফল হ'ব ।

গুৱাহাটী
১০।৭।৬৩

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ, অসম।

# নিবেদন

১৯৫৮ খ্ৰীষ্টাব্দত অসমত কংগ্ৰেছ মহাসভাৰ অধিবেশন বহাৰ সময়ত, অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে অসমৰ বিষয়ে কেইখনমান পুথি যুগুত কৰি প্ৰচাৰ কৰিবলৈ থিৰ কৰে। এই পুথি কেইখন লিখিবলৈ, কেইবাজনকো ভাৰ দিয়ে। অসমৰ বীৰ-বীৰাংগনাসকলৰ চমু জীৱনীৰে এখন অসমীয়া পুথি প্ৰণয়ন কৰাৰ ভাৰ মোৰ ওপৰত পৰে। সম্ভৱ হ'লে সেই পুথিখনৰ এটি ইংৰাজী সংস্কৰণো প্ৰকাশ কৰাৰ কথা আছিল; কিন্তু এই কাৰ্য হাতত লোৱা সময় কংগ্ৰেছ অধিবেশনৰ বৰ ওচৰ চপাত, পুথিখন সম্পূৰ্ণৰূপে যুগুত কৰিব পৰা নহ'ল; গতিকে ছপা কৰিবলৈ দিয়াৰো আৱশ্যক নহ'ল। ইয়াৰ পিছত আমি নিজে সাহিত্য সভাৰ সম্পাদকৰ দায়িত্বত থকাৰ সময়ত সভাৰ নানা ৰকম অসুবিধাৰ নিমিত্তে, বিশেষকৈ পুথি প্ৰকাশৰ কাম হাতত লোৱা নহ'ল। তাৰ পিছত জনচেৰেক বন্ধুৰ পৰামৰ্শ মতে, পুথিখন অসম প্ৰকাশন পৰিষদৰ হাতত দিয়া হয় আৰু প্ৰকাশন পৰিষদে অনুগ্ৰহকৈ পুথিখন ছপাবলৈ অৰ্থ-সাহায্য দিয়ে।

পুথিখনত ১৯৫৮ খ্ৰীষ্টাব্দলৈকে যিসকল লোকে দেশৰ স্বাধীনতাৰ নিমিত্তে পুৰুষাৰ্থ কৰিছিল; সেইসকলৰ জীৱনীহে দিয়া হৈছে। ইয়াত ভালেখিনি আঁসোৱাহ থাকিব পাৰে। পাঠক-পাঠিকাসকলে এই আঁসোৱাহবোৰ দেখুৱাই দিলে ভৱিষ্যতে ইয়াৰ নতুন সংস্কৰণ প্ৰকাশ কৰিবলৈ যত্ন কৰা হ'ব।

এই পুথিখন যুগুত কৰোঁতে, আৰু ছপা আদি বিষয়ত বুদ্ধি-পৰামৰ্শ দি যথেষ্ট সহায় কৰা নিমিত্তে সুসাহিত্যিক, বন্ধুবৰ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, সু-সাহিত্যিক শ্ৰীলীলা গগৈ আদিক আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। গগৈদেৱ আৰু অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্মাৰপৰা গোটাচেৰেক জীৱনীৰ সমল পোৱাত পুথিখন প্ৰণয়ন কৰাত সুবিধা হ'ল। ইয়াতে প্ৰকাশন পৰিষদৰ সম্পাদক, সুপণ্ডিত শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী মহোদয় আৰু আন সকলোলৈও আমাৰ কৃতজ্ঞতা জনালোঁ। ইতি,—

জাঁজী হাইস্কুল
জাঁজী, ১৯৬৩

বিনীত
শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

## ॥ প্ৰধান সম্পাদকৰ একাষাৰ ॥

অসম সাহিত্য সভাই অসমীয়া ভাষা শিকিবৰ বাবে অসমীয়া ভিন্ন অন্য ভাষা ভাষীৰ বাবে চাৰিটা স্তৰত অসমীয়া ভাষা জ্ঞান পৰীক্ষা লৈ আহিছে। ইয়াৰ বাবে এখনি স্থায়ী সংসদো আছে। সংসদে ইয়াৰ বাবে আৱশ্যকীয় পাঠ্যক্ৰমো প্ৰণয়ন কৰিছে। মাধ্যমিক স্তৰৰ বাবে ধ্বনিকবি (সভাৰ প্ৰাক্তন সভাপতি) শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাৰ 'অসম গৌৰৱ' পুথিখন দ্ৰুত পাঠ্য স্বৰূপে পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা হৈছে। পুথিখন পোৱাৰ অসুবিধা হোৱা বাবে সভাই নিজা ৰবীয়াকৈ প্ৰকাশ কৰাৰ দায়িত্ব লয়। শ্ৰদ্ধেয় বৰুৱাদেৱে সভাৰ অনুৰোধক্ৰমে পুথিখন প্ৰকাশ কৰিবলৈ অনুমতি দিয়া বাবে তেখেতলৈ কৃতজ্ঞতা- জ্ঞাপন কৰা হ'ল। পুথিখন পুণৰ্মুদ্ৰণ কৰা হ'ল। ভৱিষ্যতে নতুন সংযোজনেৰে প্ৰকাশ কৰাৰ সিদ্ধান্তও সভাই লৈছে।

আশাকৰোঁ পুথিখনে কেৱল ভাষাজ্ঞান পৰীক্ষাৰ শিক্ষাৰ্থীৰ বাবেই নহয় অন্য ছাত্ৰ-ছাত্ৰীকো উপকাৰ সাধিব। পুথিখনৰ আহি কাকত চাই দিয়া বাবে সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীপ্ৰফুল্লচন্দ্ৰ ভট্টাচাৰ্য্য আৰু ডিব্ৰুগড়ৰ তৰুণী ছপাশালে ছপাই দিয়া বাবে ধন্যবাদ জ্ঞাপন কৰিলোঁ।

অমল বাজখোৱা
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা,
যোৰহাট - ৭৮৫০০১ ॥

১৬ ফেব্ৰুৱাৰী ১৯৮৯ চন।
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট ॥

## সূচীপত্ৰ

# অসম-গৌৰৱ

## নৰকাসুৰ আৰু ভগদত্ত

পুৰাণ প্ৰসিদ্ধ বীৰ ৰজাসকলৰ ভিতৰত নৰকাসুৰ আৰু ভগদত্ত অসম দেশৰ ৰজা । নৰকাসুৰ বিদেহৰ ৰাজৰ্ষি জনকৰ তোলনীয়া পুতেক । তেওঁৰ আচল বাপেক-মাক হেনো ভগৱান নাৰায়ণ আৰু বসুমতী । নৰকাসুৰে ভৱিষ্যতে বিদেহৰ ৰজা হোৱাৰ আশা নেদেখি মাক বসুমতীৰ সহায়ত প্ৰাগজ্যোতিষপুৰলৈ গুচি আহিল । তাতে তেওঁক নাৰায়ণে দেখা দি তাৰে ৰজা হ'বলৈ উপদেশ দিলে । সেই সময়ত প্ৰাগজ্যোতিষত ঘটক কিৰাত নামে এজন ৰজাই ৰাজত্ব কৰিছিল । নৰকে ঘটকক যুদ্ধত বধ কৰি প্ৰাগজ্যোতিষৰ অধিপতি হ'ল । তেওঁৰ নিজৰ বাহুবলেৰে এখন বিশাল ৰাজ্য প্ৰতিষ্ঠা কৰিলে । এই ৰাজ্য পশ্চিমে কৰতোৱা নৈৰপৰা পুবে দিক্ৰাই নৈলৈকে জুৰি আছিল । প্ৰথম ছোৱাত তেওঁ এজন সুশাসক আৰু ধাৰ্মিক ৰজা আছিল । তেওঁ বিদৰ্ভৰ ৰাজকন্যা মায়াদেৱীক বিয়া কৰাইছিল । নৰক কামাখ্যা দেৱীৰ ভক্ত আছিল । গোসাঁনীৰ অনুগ্ৰহত তেওঁৰ ৰাজ্যত সকলো ৰকমে সুখশান্তি বিৰাজ কৰিছিল । কামাখ্যা পৰ্বতলৈ উঠা শিলৰ খটখটীখন বোলে নৰকে সজাইছিল । এই সুশাসক আৰু ধাৰ্মিক ৰজাজন ক্ষমতাপন্ন হৈ অহংকাৰী আৰু অত্যাচাৰী হৈ উঠিল । সেই সময়ত শোণিতপুৰত ৰাজত্ব কৰা শিৱ ভক্ত বাণ ৰজাৰ লগ পাই তেওঁৰ অত্যাচাৰ চৰি গ'ল । নৰকৰ উৎপাতত কোনো ক'তো থিৰেৰে থাকিব নোৱৰা হ'ল । আনকি দেৱতাসকলেও উৎপাতৰ হা

সাবিব নোৱাৰিলে। এই অত্যাচাৰৰপৰা ৰক্ষা কৰিবলৈ দেৱতা-সকলে শ্ৰীকৃষ্ণক খাটনি ধৰিলে। নৰকৰ উৎপাতত অতীষ্ঠ হৈ, দেৱতা-সকলৰ খাটনি ৰাখি শ্ৰীকৃষ্ণই তেওঁৰ পত্নী সত্যভামাৰ সৈতে প্ৰাগ্‌জ্যোতিষলৈ আহি নৰকক বধ কৰি তেওঁৰ পুতেক ভগদত্তক ৰজা পাতিলে।

ভগদত্ত এজন ধাৰ্মিক আৰু প্ৰতাপী ৰজা আছিল। তেওঁ বাপেকৰ দৰেই এখন বিশাল ৰাজ্যৰ অধিপতি হৈছিল। তেওঁ শাসন কৰা ৰাজ্যখনকে আমি সাধাৰণতে কামৰূপ বোলোঁ। ভগদত্ত এজন ডাঙৰ বীৰো আছিল। তেওঁ নিজে ৰাজসূয় যজ্ঞ পাতি অনেক ৰজাক তেওঁৰ তলতীয়া কৰিছিল। ভগদত্তৰ লগত তৃতীয় পাণ্ডৱ অৰ্জুনৰ এখন ভয়ংকৰ যুদ্ধ হৈছিল। আঠ দিন যুদ্ধ কৰিহে অৰ্জুনে ভগদত্তক হৰুৱাই ইন্দ্ৰপ্ৰস্থলৈ নিছিল। এইদৰে যুদ্ধত পৰাস্ত হৈছিল যদিও ভাৰতৰ ডাঙৰ ৰজাসকলৰ আগশাৰীত ভগদত্তই ঠাই পাইছিল। উত্তৰ ভাৰতৰ জৰাসন্ধ আদি ৰজাসকলেও তেওঁৰ লগত মিত্ৰিবান্ধি পাতিছিল। কৌৰৱৰ ৰজা দুৰ্যোধনে তেওঁৰ জীয়েক ভানুমতীক বিয়া কৰাইছিল বুলি অনেকে কয়। কুৰুক্ষেত্ৰৰ যুদ্ধত অনেক হাতী আৰু কিৰাত সৈন্য লৈ তেওঁ দুৰ্যোধনক সহায় কৰিছিল। তেওঁৰ প্ৰতাপত পাণ্ডৱ সৈন্য অস্থিৰ হৈ পৰিছিল। সেই সময়ত ভগদত্ত আধবুঢ়া বুঢ়া আছিল। তেওঁ নিজে সুপ্ৰতীক নামৰ ভয়ংকৰ হাতী এটাৰ ওপৰত উঠি যুদ্ধ কৰিছিল। যুদ্ধৰ সময়ত পাটৰ কাপোৰ এখনেৰে ছালখন দাঙি বান্ধি চকু দুটা উলিয়াই লৈছিল। অৰ্জুনে শৰেৰে তেওঁৰ চকু বন্ধা কাপোৰখন কাটি তেওঁক কণা কৰি পেলালে আৰু উঠি থকা হাতীটোক বধ কৰিলে। এইদৰেই শ্ৰীকৃষ্ণৰ বুদ্ধিত অৰ্জুনে ভগদত্তকো বধ কৰিলে। তেওঁ মৃত্যুৰ আগতে পাণ্ডৱৰ ভীমকে আদি কৰি বিখ্যাত বীৰসকলক যুদ্ধত কেবাবাৰো পৰাস্ত কৰিছিল।

* * *

# ভীষ্মক ৰজা

পুৰণি পুথিত আমি ভীষ্মক ৰজাৰ নাম পাওঁ। এওঁ, অসম তথা প্ৰাচীন কামৰূপৰ একেবাৰে পূৰ্ব হোৱাত ৰাজত্ব কৰিছিল। এওঁ মহাভাৰতৰ কুৰুক্ষেত্ৰৰ যুদ্ধৰো আগৰ ৰজা। শোণিতপুৰৰ বাণ ৰজা আৰু প্ৰাগ্‌জ্যোতিষৰ ভগদত্ত এওঁৰ অলপ দিনৰ পিছৰ হ'ব। কাৰণ শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধই বাণ ৰজাৰ জীয়েক উষা দেৱীক হৰণ কৰিছিল। ইয়াৰ ভালে দিনৰ পাছতহে শ্ৰীকৃষ্ণই কুৰুক্ষেত্ৰৰ যুদ্ধত অৰ্জুনৰ সাৰথি হৈ ৰণ পৰিচালনা কৰিছিল। সেই যুদ্ধতহে ভগদত্তই যুদ্ধ কৰিছিল।

আজি সুদূৰ পূব অসমৰ শদিয়াৰ ওচৰত থকা কুণ্ডিল নৈৰ পাৰতে ভীষ্মকৰ ৰাজধানী কুণ্ডিল নগৰ আছিল। এই নগৰৰ ধ্বংসাৱশেষ এতিয়াও দেখিবলৈ পোৱা যায়। ভীষ্মক ৰজাৰ পাঁচোটা ল'ৰা আৰু এজনী মাধোন ছোৱালী আছিল। বৰ ল'ৰাটিৰ নাম আছিল ৰুক্মবীৰ আৰু ছোৱালীজনীৰ নাম আছিল ৰুক্মিণী। ৰুক্মিণী সৰ্বগুণ সম্পন্না আৰু অনুপম ৰূপৱতী আছিল। বৰ পুতেক ৰুক্মৰ কথা শুনি ভীষ্মকে শিশুপাল নামৰ প্ৰবল পৰাক্ৰমী ক্ষত্ৰিয় ৰজা এজনলৈ ৰুক্মিণীক বিয়া দিবলৈ থিৰ কৰিছিল। ৰুক্মিণীৰ কিন্তু শিশুপালৰ লগত বিয়া সোমাবলৈ সমূলি ইচ্ছা নাছিল। তেওঁ দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ ৰূপ-গুণৰ কথা আগৰপৰা শুনিছিল আৰু মনে মনে তেওঁকে পতিৰূপে পাবলৈ আশা কৰিছিল। তেওঁ বেদনিধি নামে বামুন এজনক তেওঁৰ মনৰ কথা শ্ৰীকৃষ্ণক কবলৈ দ্বাৰকালৈ পঠাইছিল। বেদনিধিয়ে শ্ৰীকৃষ্ণৰ আগত ৰুক্মিণীৰ ৰূপ-গুণৰ কথা কৈ তেওঁক ৰুক্মিণীক বিয়া কৰাবলৈ অনুৰোধ কৰিলে। শ্ৰীকৃষ্ণই ৰুক্মিণীৰ ইচ্ছামতেই ঠিক বিয়াৰ দিনাই

কুণ্ডিলত উপস্থিত হৈ ৰুক্মিণীক নিৰলৈ ৰথত তুলিলে। তাকে দেখি কুণ্ডিলত উপস্থিত হোৱা ৰজাসকলে আৰু ৰুক্ম আদি বীৰসকলেও শ্ৰীকৃষ্ণক বাধা দি যুদ্ধ কৰিলে। শ্ৰীকৃষ্ণই সকলোকে যুদ্ধত হৰুৱালে। শ্ৰীকৃষ্ণই ৰুক্মিণীৰ অনুৰোধতহে ৰুকায়েক ৰুক্মক বধ নকৰি এৰি থৈ গ'ল। ভীষ্মকে পিছত নিয়ম মতে ৰুক্মিণীক শ্ৰীকৃষ্ণলৈ বিয়া দিলে। এই বিয়াত কুণ্ডিলৰ প্ৰজাবিলাকে বৰ আনন্দ পালে। এইদৰেই কুণ্ডিলৰ জীয়াৰী শ্ৰীকৃষ্ণৰ পাটমাদৈ হ'ল আৰু লগে লগে অসম আৰু পশ্চিমৰ দ্বাৰকাৰ মাজত সম্বন্ধ স্থাপিত হ'ল। এই ৰুক্মিণী-হৰণৰ আখ্যান আৰু ইয়াৰ সংস্ৰৱত হোৱা যুদ্ধ আদিৰ কথা পুৰণি পুথিত বৰ উপাদেয়কৈ বৰ্ণোৱা আছে। আমাৰ অসমৰ মহাপুৰুষ শ্ৰীশংকৰদেৱে পদ-পুথিত এই আখ্যান বৰ্ণনা কৰিছে আৰু ৰুক্মিণী-হৰণ নাট লিখিছে। আমাৰ অসমীয়া ভাষাত এই পুথি বৰ মূল্যবান আৰু সৰৱৰহী।



# বাণ ৰজা

অসমৰ প্ৰাচীন ৰজাসকলৰ ভিতৰত পুৰাণ প্ৰসিদ্ধ বাণ ৰজাও এজন। এওঁ প্ৰাগ্‌জ্যোতিষৰ ৰজা নৰকাসুৰৰ সমসাময়িক। এওঁ বৰ শিৱ ভক্ত আছিল। তেওঁ বৰ্ত্তমান অসমৰ মধ্য-উত্তৰ অংশত ৰাজত্ব কৰিছিল। এওঁৰ ৰাজধানী আছিল শোণিতপুৰত। শোণিতপুৰৰ বৰ্ত্তমান নাম তেজপুৰ। শোণিত আৰু তেজৰ অৰ্থ একে।

বাণ ৰজাৰ সন্তান বুলিবলৈ মাত্ৰ এজনী ছোৱালী আছিল। ছোৱালী জনীৰ নাম উষা। অগ্নিগড় নামেৰে দুৰ্ভেদ্য গড়েৰে পৰিৱেষ্টিত দুৰ্গৰ ভিতৰত বাণ ৰজাৰ কাৰেং আছিল। এই গড়ৰ ভিতৰতে ৰাজকুমাৰী উষা ডাঙৰ-দীঘল হৈছিল। তেওঁ বাহিৰা মানুহৰ লগত বৰকৈ চিনা-পৰিচয় হবলৈ সুবিধা নেপাইছিল।

কিন্তু উষাই এদিন ৰাতি শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কোঁৱৰক সপোনত দেখিবলৈ পালে। এই সুশ্ৰী আৰু সুন্দৰ কোঁৱৰক দেখি উষাই তেওঁক পতিৰূপে পাবলৈ আগ্ৰহ কৰিলে। উষাৰ চিত্ৰলেখা নামেৰে এগৰাকী অতি বুদ্ধিমতী আৰু চতুৰা সখীয়েক আছিল। উষাই তেওঁৰ সপোনৰ কথা সখীয়েকক ক'লে আৰু যেনে-তেনে অনিৰুদ্ধ কোঁৱৰক আনি দিবলৈ খাটনি ধৰিলে। উষাই নিজৰ বুদ্ধিৰ বলেৰে অনিৰুদ্ধক শোণিতপুৰলৈ অনাই অগ্নিগড়ৰ ভিতৰতে থলে। তাতে উষা-অনিৰুদ্ধৰ গন্ধৰ্ব মতে বিয়া হ'ল। কেইদিনমানৰ পাছত এই গোপন বিবাহৰ কথা জনাজাত হৈ পৰিল। বাণ ৰজাই খঙত অনিৰুদ্ধক বন্দী কৰি থলে।

শ্ৰীকৃষ্ণই নাতিয়েকক বন্দী কৰি থোৱা কথা শুনিবলৈ পালে। তেওঁ লগত সৈন্য-সামন্ত লৈ কোঁৱৰক উদ্ধাৰ কৰিবলৈ শোণিতপুৰ

পালেহি। বাণ ৰজাৰ লগত শ্ৰীকৃষ্ণৰ ভয়ামগ্ন যুদ্ধ হ'ল। মহাপৰাক্ৰমী অসুৰ বাণক পৰাজয় কৰা সহজ কথা নহয়। তাতে তেওঁ সদাশিৱৰ পৰম ভক্ত। সদাশিৱই তেওঁক বিপদে-আপদে নেৰে বুলি একান্ত বিশ্বাস। কথিত আছে, নিজৰ একান্ত ভকতৰ বিপদ দেখি স্বয়ং মহাদেৱ আহি শ্ৰীকৃষ্ণৰ লগত যুদ্ধ কৰিলেহি। এই খনেই পুৰাণ প্ৰসিদ্ধ হৰিহৰৰ যুদ্ধ। যুদ্ধ কোনোমতে শাম নকটা দেখি দেৱতাসকলৰ ভিতৰত আলোচনা হ'ল। অন্তত দেৱতা সকলে বৰ যত্ন কৰিহে যুদ্ধৰপৰা হৰি আৰু হৰক নিবৃত্ত কৰালে। লগে লগে দুয়োদলৰ ভিতৰত শান্তি স্থাপন হ'ল। বাণে নিয়ম মতে উষাক অনিৰুদ্ধলৈ বিয়া দিলে। পুৰণি অসমীয়া ভাষাত বিখ্যাত অসমীয়া কবি শ্ৰীচন্দ্ৰ ভাৰতীয়ে এই বিষয়কে লৈ "কুমাৰ হৰণ" নামৰ এখন সুন্দৰ কাব্য-পুথি ৰচনা কৰিলে; "উষা পৰিণয়" নামৰ এই বিষয়ক কাব্য পীতাম্বৰ কবিয়ে ৰচনা কৰিছিল।



# ঘটোৎকচ

মহাভাৰতৰ সময়ৰ অসমৰ আন এজন বীৰ ঘটোৎকচ। কুৰুক্ষেত্ৰৰ যুদ্ধত সমবেত হোৱা ভাৰত-প্ৰসিদ্ধ বীৰসকলৰ ভিতৰত ঘটোৎকচো এজন। আমাৰ অসম দেশৰ কছাৰীসকল এই ঘটোৎকচৰে বংশধৰ। মধ্যম পাণ্ডৱ ভীমে দেশ জয় কৰিবলৈ আহি আমাৰ অসম দেশ পায়হি। অৱশ্যে তেতিয়া আমাৰ এই দেশখনক অসম দেশ বুলিছিল। ইয়ালৈ আহি তেওঁ হিড়িম্বা নামে এগৰাকী কন্যা বিয়া কৰায়। এই ভীম-হিড়িম্বাৰে পুত্ৰ ঘটোৎকচ। মাকৰ নাম অনুসৰি কছাৰী ৰাজ্যক "হিড়িম্বা" বোলে আৰু ৰজাসকলক "হেড়ম্বেশ্বৰ" বোলে। ভীমৰ পুতেক কাৰণে ঘটোৎকচৰ বংশক ভীমৰ বংশধৰ বুলি কয়।

ঘটোৎকচে যেতিয়া কুৰুক্ষেত্ৰৰ যুদ্ধৰ কথা শুনিলে, তেতিয়া তেওঁ অনেক সৈন্য-সামন্ত লৈ পাণ্ডৱৰ ফলীয়া হৈ কুৰুক্ষেত্ৰৰ যুদ্ধত যোগ দিলেগৈ। ঘটোৎকচৰ বীৰত্বত কৌৰৱ সেনাই তত্ এৰিলে। তেওঁ হাতত ভয়ংকৰ গদা লৈ কেবাদিনো কৌৰৱ সেনা ধ্বংস কৰিবলৈ ধৰিলে। তেওঁৰ প্ৰতাপৰ কথা মহাভাৰতত বৰ বেছিকৈ বৰ্ণনা কৰা আছে। তেওঁৰ আসুৰিক ধৰণৰ যুদ্ধত দুৰ্যোধনৰ মনত শংকা উপজিছিল। গতি বিষম যেন দেখি যেনে-তেনে ঘটোৎকচক মাৰিবলৈ উপায় চিন্তিলে। ৰজাৰ আদেশ মতে কৌৰৱৰ ফলীয়া বিখ্যাত বীৰ আৰু সেনাপতি কৰ্ণ আগবাঢ়ি আহি ঘটোৎকচৰ লগত যুঁজ কৰিবলৈ ধৰিলে। কিন্তু অনেক ৰকমে যুদ্ধ কৰিও ঘটোৎকচক বধ কৰিব নোৱাৰিলে। কুৰুক্ষেত্ৰৰ শ্ৰেষ্ঠতম বীৰ পাণ্ডৱৰ সেনানায়ক অৰ্জুনক বধ কৰিবলৈ কৰ্ণই এপাট অস্ত্ৰ যত্নেৰে থৈ দিছিল। শেহত উপায় নাপাই সেই অস্ত্ৰপাটকে উলিয়াই লৈ তেওঁ ঘটোৎকচক বধ কৰিলে। কৰ্ণৰ অস্ত্ৰই বিন্ধিলত ঘটোৎকচে ৰাক্ষসৰ ভয়ংকৰ মূৰ্তি ধাৰণ কৰি কৌৰৱৰ সেনা-বিলাকৰ ওপৰত পৰি বহুত সৈন্য মাৰিলে।

* * *

# বভ্ৰুবাহন

বভ্ৰুবাহন কুৰুক্ষেত্ৰৰ যুদ্ধৰ পিছৰ বীৰ। তেওঁ কুৰুক্ষেত্ৰৰ যুদ্ধত যোগ দিয়া নাছিল। তেওঁ আছিল মণিপুৰৰ ৰজা। অৰ্জুনে তীৰ্থ পৰ্যটন কৰিবলৈ আহি মণিপুৰ পায়হি। ইয়াতে তেওঁ মণিপুৰৰ ৰাজকন্যা চিত্ৰাংগদাক বিয়া কৰায়। এই চিত্ৰাংগদা-অৰ্জুনৰ মিলনৰ ফলতেই বভ্ৰুবাহনৰ জন্ম হয়।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ পিছত পাণ্ডৱসকলে অশ্বমেধ যজ্ঞ পাতে। এই অশ্বমেধ যজ্ঞৰ ঘোঁৰা দেশ-বিদেশ ঘূৰি আহি মণিপুৰ ৰাজ্য পায়হি। বভ্ৰুবাহনে ক্ষত্ৰিয় বীৰৰ দৰেই পাণ্ডৱৰ যজ্ঞৰ ঘোঁৰা আটক কৰিলে। তাকে নকৰিলে বভ্ৰুবাহনে চলিত ৰীতিমতে পাণ্ডৱৰ আধিপত্য স্বীকাৰ কৰিব লাগিব। বভ্ৰুবাহনে এইদৰে ঘোঁৰা আটক কৰিলত অৰ্জুনে তেওঁৰ সৈতে যুদ্ধ কৰিবলগীয়া হ'ল। অৱশ্যে তেওঁবিলাকে পিতা-পুত্ৰ বুলি চিনিব পৰা নাছিল। ঘোঁৰাৰ কাৰণে দুয়ো দলৰ ভিতৰত তয়া-ময়া যুদ্ধ হ'ল। কেবাদিনো যুদ্ধ কৰাৰ পিছত অৰ্জুনৰ ফালৰ সৈন্য আৰু পালি সেনাপতিবোৰ মৰি শেষ হ'বলগীয়া হ'ল। অৰ্জুনে শেহলৈকে অকলশৰীয়া হৈও যুদ্ধ কৰি বভ্ৰুবাহনৰ হাতত প্ৰাণ এৰিব লগা হ'ল। মণিপুৰৰ যুদ্ধৰ বাতৰি যেতিয়া পাণ্ডৱ আৰু শ্ৰীকৃষ্ণই শুনিবলৈ পালে, তেতিয়া শ্ৰীকৃষ্ণই তেওঁৰ মৰমৰ সখীয়েক অৰ্জুনক ৰক্ষা কৰিবলৈ আহি মণিপুৰ পালেহি। শ্ৰীকৃষ্ণ অহাৰ পাছত অৰ্জুন আৰু বভ্ৰুবাহনৰ ভিতৰ-সম্বন্ধটো ওলাই পৰিল। নানা উপায় অৱলম্বন কৰি শ্ৰীকৃষ্ণই অৰ্জুনক মৃত্যুৰ মুখৰ পৰা সকৰালে আৰু পিতা-পুত্ৰৰ মিলন ঘটালে। এইদৰে কুৰুক্ষেত্ৰ মহাযুদ্ধৰ বিজয়ী বীৰবো বীৰ বভ্ৰুবাহনে পৰাজয় কৰি পিছত পিতৃ বুলি চিনি পাই লগুৱা-লিকচৌ আৰু ভাব ভেটি লৈ গৈ পাণ্ডৱৰ ৰাজধানীত অশ্বমেধ যজ্ঞত যোগ দিলেগৈ।

# শংকলাদিব

অসম বুৰঞ্জীৰ অন্ধকাৰ যুগটো আন্ধাৰ ভেদ কৰি একোজন প্ৰৱল প্ৰতাপী ৰজাৰ জ্যোতি প্ৰকাশ হোৱা দেখিবলৈ পোৱা যায়। এই-সকল ৰজাৰ কথা নানা ৰকমৰ সূত্ৰৰ পৰা ক্ৰমে জনাজাত হ'বলৈ ধৰিছে। খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীলৈকে পৌৰাণিক যুগৰ পিছৰ এই কাল-ছোৱাৰ কথা বিশেষকৈ জানিবৰ উপায় নাই। যি উপায়েৰেই হ'ক আমি এই যুগত কামৰূপত ৰাজত্ব কৰা কোনোজনো ৰজাৰ কথা জানিবলৈ পাওঁ। এইসকলৰ ভিতৰত চতুৰ্থ শতাব্দীৰ শেষ ভাগত বা পঞ্চম শতাব্দীৰ আগছোৱাত কামৰূপত ৰাজত্ব কৰা এজন প্ৰৱল-প্ৰতাপী আৰু দিগ্বিজয়ী ৰজাৰ কথা মুছলমান লেখক ফেৰিষ্টাৰ বুৰঞ্জীৰ পৰা জানিবলৈ পাওঁ। প্ৰথমতে এওঁ পশ্চিম কামৰূপত প্ৰতাপী হৈ উঠি শক্তি সঞ্চয় কৰে আৰু ক্ৰমে চৌদিশে ৰাজ্য বিস্তাৰ কৰিবলৈ ধৰে। বিশেষকৈ তেওঁৰ ৰাজ্য ভাৰতৰ পশ্চিম ছোৱালৈকে বাঢ়িছিল। এওঁক শংকল বা শংকলাদিব নামে জনা যায়। আমাৰ পুৰণি গীত আদিত এজন প্ৰৱল প্ৰতাপী "শংকৰদেৱ" ৰজাৰ কথা জানিবলৈ পাওঁ। অনেকে এই শংকলকেই "শংকৰদেৱ" ৰজা বুলি ক'ব খোজে।

শংকলে এটা বিশাল সৈন্য বাহিনী ৰাখিছিল। এই বাহিনীত চাৰি হাজাৰ হাতী, এহাজাৰ অশ্বাৰোহী আৰু চাৰি লাখ পদাতিক সৈন্য আছিল। এওঁ এই সৈন্য বাহিনীৰ সহায়ত উত্তৰ ভাৰতৰ ৰজা কেদাৰ ব্ৰাহ্মণক পৰাস্ত কৰি গৌড়ৰ লক্ষণাৱতীত ৰাজধানী পাতিছিল বুলি কয়। তাৰপৰা তেওঁ মালৱলৈকে কামৰূপ ৰাজ্য বিস্তাৰ কৰিছিল। তেওঁ অনেক যুদ্ধ কৰি অনেক ৰজাক পৰাস্ত কৰিছিল। সেই সময়ত তুৰাণত আফ্ৰিচিয়াৰ নামে এজন ৰজা আছিল। তেওঁৰ লগতো শংকলে

যুদ্ধ কৰে। এইদৰে দিগ্বিজয় কৰি ফুৰোঁতে আক্ৰিচিয়াৰৰ হাতত্তেই বন্দী হৈ মৃত্যুৰ মুখত পৰে। তেওঁৰ মৃত্যুৰ লগে লগে, তেওঁ বিস্তাৰ কৰা সাম্ৰাজ্য ধ্বংস হয় আৰু কামৰূপত বৰ্মা বংশৰ ৰজাই মূৰ দাঙি



# কুমাৰ ভাস্কৰ বৰ্মা

সপ্তম শতিকাত কামৰূপত কুমাৰ ভাস্কৰ বৰ্মা নামেৰে এজন সৰ্বগুণ-সম্পন্ন প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষ-পুৰত আছিল। তেওঁৰ দিনত কামৰূপ ভাৰতৰ এখন বিশাল ৰাজ্য আছিল। কামৰূপৰ পশ্চিম ফালে গৌড় (কৰ্ণসুবৰ্ণ) আৰু কনৌজ নামেৰে আৰু দুখন ৰাজ্য আছিল। সেই সময়ত কৰ্ণসুবৰ্ণৰ ৰজা আছিল শশাংক আৰু কনৌজ ৰাজ্যৰ বা থানেশ্বৰৰ ৰজা আছিল শিলাদিত্য বা হৰ্ষবৰ্দ্ধন। কৰ্ণসুবৰ্ণৰ ৰজা শশাংকই নিজৰ প্ৰতাপত আপোন পাহৰা হৈ ওচৰ-চুবুৰীয়া ৰজাসকলৰ লগত সততে যুদ্ধ-বিগ্ৰহত লিপ্ত আছিল। হৰ্ষবৰ্দ্ধনৰ আগত, তেওঁৰ ককায়েক ৰাজ্যবৰ্দ্ধন থানেশ্বৰৰ ৰজা আছিল। ৰাজ্যবৰ্দ্ধনক শশাংকই বধ কৰে। হৰ্ষবৰ্দ্ধনে ককায়েকক মৰা কাৰণে শশাংকৰ ওপৰত প্ৰতিশোধ লবলৈ থিৰ কৰিলে। সেই উদ্দেশ্যে তেওঁ ভাস্কৰ বৰ্মাৰ লগত মিত্ৰিতালি পাতিলে। পূব আৰু পশ্চিমফালৰ দুয়োজন ৰজাই শশাংকৰ ৰাজ্য আক্ৰমণ কৰিলে। অনেক যুদ্ধৰ পাছত শশাংক ৰণত পৰিল। যুদ্ধৰ শেষত কুমাৰ ভাস্কৰে কৰ্ণ-সুবৰ্ণতে শিবিৰ পাতি আছিল। তাৰপৰাই তেওঁ তামৰ ফলি দিছিল। হৰ্ষবৰ্দ্ধনে কৰ্ণসুবৰ্ণ দখল কৰিলে। হৰ্ষবৰ্দ্ধনৰ লগত মিত্ৰিতালি পতাত আমাৰ দেশৰ কটকী হংসবেগৰ নাম উল্লেখযোগ্য। এওঁ ভালেখিনি বহুমূলীয়া বঁটা-বাহন লৈ হৰ্ষবৰ্দ্ধনৰ সভাত উপস্থিত হৈছিল। কনৌজপতিয়ে হংসবেগকো যথেষ্ট সন্মান দেখুৱালে আৰু তেওঁৰ হাতত ভাস্কৰ বৰ্মালৈ ভালেখিনি বহুমূলীয়া উপহাৰ পঠিয়ালে। সেই সময়ত ভাৰতৰ এই দুজন ডাঙৰ ৰজা পৰম বন্ধু-সূত্ৰত আবদ্ধ হৈছিল। হৰ্ষবৰ্দ্ধনে কুমাৰ ভাস্কৰ বৰ্মাক বৰ সন্মান কৰিছিল। তেওঁ প্ৰয়াগ নগৰত প্ৰতি পাঁচ বছৰে এবাৰ ধৰ্মোৎসৱ পাতিছিল। সেই উৎসৱলৈ নিমন্ত্ৰিত হৈ ভাস্কৰ বৰ্মাই বিশিষ্ট সন্মানিত অতিথি

হিচাপে তাত যোগ দিছিল। সেই উৎসৱত ভাৰতৰ আন আন সকলো ৰজাৰ আগত ভাস্কৰ বৰ্মাই ঠাই পাইছিল। আন ৰজাসকলে তেওঁৰ ঐশ্বৰ্য্য-বিভূতি দেখি আচৰিত হৈছিল।

সেই সময়ত চীন পৰিব্ৰাজক হিউ-এন-চাং ভাৰতবৰ্ষলৈ তীৰ্থপৰ্যটন কৰিবলৈ আহিছিল। তেওঁ গোটেই উত্তৰ ভাৰত ভ্ৰমণ কৰি হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত কেবাবছৰো আছিল। তাৰপৰা ভাস্কৰ বৰ্মাই তেওঁক প্ৰাগজ্যোতিষলৈ মাতি নিয়ে। মহাপণ্ডিত হিউ-এন চাঙে গোটেই ভাৰতবৰ্ষৰ এটি সুন্দৰ বিৱৰণ লিখি থৈ গৈছে। তাৰ ভিতৰতে কামৰূপৰ বিষদ বিৱৰণো আছে। হিউ-এন-চাং আমাৰ কামৰূপত বহুত দিন আছিল। হৰ্ষবৰ্দ্ধনে এই পণ্ডিতজন তেওঁৰ ৰাজসভাৰপৰা ইমান দিন আঁতৰি থকা ভাল নাপাইছিল। সেই কাৰণে তেওঁ হিউ-এন-চাঙক সোনকালে কনৌজলৈ পঠিয়াই দিবলৈ ভাস্কৰ বৰ্মালৈ বাতৰি পঠালে।

ভাস্কৰ বৰ্মাই এনে হেন পণ্ডিতজনক নিজ সভাত পাই বৰ ভাল পাইছিল। প্ৰথমতে তেওঁ হিউ-এন-চাঙক পঠিয়াবলৈ মান্তি নহৈছিল। শেহত এই বিষয়টোতে দুইজন ৰজাৰ ভিতৰত মনোমালিন্য ঘটাৰ উপক্ৰম হৈ পৰিল। হৰ্ষবৰ্দ্ধনে ভাস্কৰ বৰ্মালৈ, হিউ-এন-চাঙক সোনকালে পঠিয়াই দিবলৈ টানি অনুৰোধ কৰি বাতৰি পঠালে। ভাস্কৰ বৰ্মাই বন্ধুত্ব বিচ্ছেদৰ ভয়ত নিজেই হিউ-এন-চাঙক লগত লৈ হৰ্ষবৰ্দ্ধনৰ ৰাজসভালৈ গ'ল। এইবাৰ যাওঁতে তেওঁ কুৰি হাজাৰ হাতী আৰু ডেৰ কুৰি হাজাৰ নাওঁ লৈ গৈছিল। হৰ্ষবৰ্দ্ধনে তেওঁবিলাকক সসম্মানে আগবঢ়াই নিলেহি। হিউ-এন-চাঙক সম্মান দেখুৱাৰ নিমিত্তে হৰ্ষবৰ্দ্ধনে কনৌজত এখন ডাঙৰ বৌদ্ধ মহামেল পাতিছিল। এই মেলত অনেক ৰজাই যোগ দিছিল। এই মেলৰ দিনত এটা সমদল উলিওৱা হৈছিল, আৰু বুদ্ধৰ সোণৰ মূৰ্ত্তি এটাক ফুৰোৱা হৈছিল। এই সমদলৰ আগত প্ৰথমতে হৰ্ষবৰ্দ্ধন আৰু তাৰ পাছতেই ভাস্কৰ বৰ্মা গৈছিল। আন আন ৰজাসকল তেওঁৰ পাছতহে যাবলৈ পাইছিল।

* * *

# আৰিমত্ত

ভগদত্তৰ বংশধৰসকলে কামৰূপত ৰাজত্ব কৰাৰ পাছত ধৰ্মপাল নামৰ এজন প্ৰবল প্ৰতাপী ক্ষত্ৰিয় ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। তেওঁ উত্তৰ ভাৰতৰপৰা বহুত ব্ৰাহ্মণ, ক্ষত্ৰিয়, কায়স্থ আদি মানুহ আনি কামৰূপত বহুৱাইছিল। এই বংশৰ কেবাজনো প্ৰতাপী ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। এওঁবিলাকৰ শেহৰ ৰজাজনৰ নাম ৰামচন্দ্ৰ। ৰামচন্দ্ৰৰ এগৰাকী অতি গুণৱতী আৰু ৰূপৱতী ৰাণী আছিল। এই ৰাণীৰ গৰ্ভত দেৱতাৰ বিশেষ আশীৰ্বাদত এওঁৰ এটি ল'ৰা হ'ল। এই ল'ৰাটিৰ নামেই আৰিমত্ত। কালক্ৰমত আৰিমত্ত এজন বৰ প্ৰতাপী ৰজা হৈ উঠিল। এওঁ ওচৰ-চুবুৰীয়া বহুতো ৰাজ্য জয় কৰি এখন ডাঙৰ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। সেই সময়ত কামৰূপ অঞ্চলত তেৱেঁই সবাতোকৈ ডাঙৰ ৰজা হৈ উঠিছিল। তেওঁৰ ৰাজধানীৰ নাম আছিল বৈদ্যগড়। এই বৈদ্যগড় আছিল কামৰূপ জিলাৰ ভিতৰত। ইয়াৰ গড় আদিৰ চিন এতিয়াও দেখিবলৈ পোৱা যায়।

আৰিমত্তই দেশ জয় কৰি ফুৰোঁতে, চিনিব নোৱাৰি তেওঁৰ বাপেক ৰামচন্দ্ৰক বধ কৰিছিল। এই পিতৃবধ কৰা পাপৰ পাপী বুলি তেওঁক ভনেকে বেয়া পাইছিল। সেই সময়ত কমতাপুৰত ফেঙুৱা নামে এজন ৰজা আছিল। তেৱোঁ ক্ৰমে প্ৰতাপী হৈ উঠিছিল। তেওঁ অনেক মেচ আৰু কোঁচ সৈন্য লৈ আৰিমত্তৰ ৰাজ্য আক্ৰমণ কৰে। আৰিমত্তৰ ঘৈণীয়েকৰ নাম আছিল ৰত্নমালা। এই ৰাণীৰ বিশ্বাসঘাতকটাত ফেঙুৱাই আৰিমত্তৰ ৰাজ্য জয় কৰিব পাৰিছিল। নিজৰ স্বামী আৰিমত্তক যি ৰাণীয়ে বিশ্বাসঘাতকতা কৰিব পাৰিলে, সেই ৰাণীয়ে ভৱিষ্যতে তেওঁকো বিপদত পেলাব পাৰে বুলি ভাবি ৰত্নমালাক বধ কৰিলে।

আবিমত্তৰ বস্ত্ৰসিংহ নামেৰে এজন ল'বা আছিল। তেওঁ ফেঙ্গুৱাক যুদ্ধত বধ কৰি বাপেকৰ ৰাজ্য উদ্ধাৰ কৰিলে। বস্ত্ৰসিংহও এজন ডাঙৰ ৰজা আছিল। আবিমত্তৰ আন এজন পুত্ৰৰ নাম আছিল জোঙালবলহু। ফেঙ্গুৱাৰ আক্ৰমণৰ সময়ত তেওঁ পলাই গৈ বৰ্তমান নগাঁও জিলাৰ এছোৱাত ৰজা হ'লগৈ। নগাঁৱত তেওঁ বন্ধোৱা গড় এতিয়াও দেখিবলৈ পোৱা যায়। এই গড়ৰ নাম জোঙালবলহু গড়।



# প্ৰতাপসিংহ বা বুদ্ধিস্বৰ্গনাৰায়ণ

আহোম ৰজাসকলৰ ভিতৰত স্বৰ্গদেৱ বুদ্ধিস্বৰ্গনাৰায়ণ বা প্ৰতাপসিংহ এজন শক্তিশালী, উচ্চাকাঙ্ক্ষী আৰু জনপ্ৰিয় ৰজা আছিল। তেওঁ বেছি বয়সত ৰজা হোৱাৰ কাৰণে তেওঁক বুঢ়া ৰজাও বোলে। তেওঁৰ আহোম নাম আছিল চুচেংফা। তীক্ষ্ণ বুদ্ধিসম্পন্ন কাৰণে তেওঁৰ নাম দিলে বুদ্ধিস্বৰ্গনাৰায়ণ। তেওঁ আহোম ৰজাসকলৰ ভিতৰত বৰ বাহুবলী আছিল কাৰণে তেওঁক প্ৰতাপসিংহ বা প্ৰতাপনাৰায়ণ বোলে। হাতী ধৰাই এহেজাৰ হাতীৰ গৰাকী হোৱাত তেওঁ উপাধি পালে "গজপতি"। সেই সূত্ৰতে এখন নগৰ স্থাপিত হ'ল "গজপুৰ"। এইজন ৰজাই ৰাজত্ব কৰে খ্ৰীষ্টাব্দ ১৬০৩ ৰপৰা ১৬৪১ লৈকে।

তেওঁৰ দিনতে কোঁচ ৰজা নৰনাৰায়ণে আহোমৰ লগত মিত্ৰতা স্থাপন কৰে আৰু আগৰ যুদ্ধত জামিন স্বৰূপে নিয়া কোঁৱৰসকলক সসন্মানে ঘূৰাই পঠাই দিয়ে।

তেওঁৰ দিনৰপৰাই অসমত মাটিৰ মূৰ্তি সাজি দুৰ্গাপূজা কৰা নিয়ম প্ৰচলিত হয়। আহোম ৰাজ্যখন আঠচুকীয়া বুলি, তেওঁৰ দিনত আঠ চুকীয়া মোহৰ মৰায় আৰু তাত "বুদ্ধিস্বৰ্গনাৰায়ণ" নাম কটায়। কোঁচ ৰজা ৰঘুদেৱে "মঙলদৈ" নামৰ জীয়েৰক দি তেওঁৰ সৈতে মিতা কৰিছিল। সেই বংশৰে ৰাজকোঁৱৰ বলিনাৰায়ণে আশ্ৰয় বিচাৰি অহাত তেওঁক "ধৰ্মনাৰায়ণ" নাম দি দৰঙৰ ৰজা পাতিলে।

সেই সময়ত জয়ন্তীয়া আৰু কছাৰী ৰজাৰ ভিতৰত যুদ্ধ-বিগ্ৰহ চলি আছিল। জয়ন্তীয়া ৰজা যশমাণিকে নিজৰ জীয়েৰক প্ৰতাপসিংহলৈ বিয়া দি নিজৰ শক্তি বৃদ্ধি কৰিলে। প্ৰতাপসিংহই কছাৰী ৰাজ্যৰ মাজেদি জয়ন্তীয়া কুমাৰীক আনা বাবে আহোম আৰু কছাৰী ৰজাৰ

ভিতৰত ৰণ লাগিল। কিন্তু বুদ্ধিয়ক ৰজা প্ৰতাপসিংহই আগন্তুক মোগলৰ আক্ৰমণৰ নিমিত্তে কছাৰী ৰজাৰ লগত মিত্ৰতা স্থাপন কৰিলে।

কলীয়াবৰত আহোম সৈন্যই এজন মোগল চোৰাংচোৱা ধৰি বধ কৰাত বংগদেশৰ দিল্লী-সম্ৰাটৰ তলতীয়া নবাব চেখ কাছিমে অসমৰ বিৰুদ্ধে এটা অভিযান পঠালে। এই অভিযানৰ নেতৃত্ব কৰিছিল চৈয়দ হাকিম, চৈয়দ আবুবকৰ আৰু সত্ৰাজিতে। প্ৰথমবাৰ আহোম সৈন্য পৰাজিত হ'ল। কিন্তু পিছৰ বাৰত আহোম সৈন্যই আক্ৰমণ কৰি মোগল সৈন্য ছেদেলি-ভেদেলি কৰি দিলে আৰু চৈয়দ আবুবকৰ আদি কৰি কেবাজনো সেনাপতিক বধ কৰিলে। ১৬১৭ খ্ৰীষ্টাব্দত প্ৰতাপসিংহই মোগল সৈন্যক কামৰূপৰ পৰা খেদাই দিবলৈ সৈন্য পঠালে। পাণ্ডু আৰু আগীয়াঠুটীৰ যুদ্ধত মোগল সেনা হাৰি হাজোলৈকে পিছ হুহকি গ'ল। ইয়াৰ পাছতো কেবাবাৰো মোগলৰ লগত যুদ্ধ হয়। এই যুদ্ধৰ ফলত আক্ৰমণকাৰীসকল কামৰূপ আৰু গোৱালপাৰা জিলাৰপৰা আঁতৰিব-লগীয়া হয়। কিন্তু শেহলৈকে কামৰূপ আৰু গোৱালপাৰা আহোমে ৰাখিব নোৱাৰিলে। অনেকদিন যুদ্ধৰ পিছত দুয়োদলেই ভাগৰি সন্ধি কৰিবলগীয়া হ'ল। সেই সন্ধিমতে বৰনদীয়েই দুয়ো ৰাজ্যৰ সীমা হৈ থাকিল।

ৰাজ্য চলাবৰ নিমিত্তে আগতকৈ বেছি ক্ষমতাশালী বিষয়াৰ আৱশ্যক হোৱাত ৰজাই মোমায়েক মোমাই তামুলীক বৰবৰুৱা পাতিলে। এওঁ এজন বিচক্ষণ ৰাজনীতিজ্ঞ পুৰুষ আছিল। তেওঁ নিচেই নিঃকিন অৱস্থাৰপৰা ডাঙৰ হৈছিল। তেওঁ ৰাজ্যৰ ভালেখিনি সংস্কাৰ কৰিলে। শিল্প-বাণিজ্যৰ বিষয়তো অনেক নতুন নিয়ম কৰি প্ৰজাবিলাকক



কৰ্মী কৰিবলৈ যত্ন কৰিছিল। প্ৰজাবিলাকক বেলেগ পদ মৰ্যাদাৰ বিষয়াৰ তলত থাকিবলৈ দিছিল। তেওঁৰ দিনতে অসম দেশত প্ৰথম মানুহ পিয়ল কৰা হয়।

প্ৰতাপসিংহক প্ৰজাবিলাকে বৰ ভাল পাইছিল। তেওঁ দুৰ্বল হৈ আহিলত শীঘ্ৰে মৃত্যু হ'ব বুলি জানি প্ৰজাবিলাকক গোটাই এবাৰ চাই লৈছিল। প্ৰজাবিলাকে ৰজাক আসন্ন মৃত্যুৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে "কেঁচাই খাতী" গোসাঁনীক সন্তুষ্ট কৰিবলৈ তেওঁলোকৰ এশজনে বলি স্বৰূপে প্ৰাণ দিবলৈ ওলাইছিল। কিন্তু ৰজাই তেনে কৰিবলৈ নিদিলে। তেওঁ কলে যে, মানুহক মৃত্যুৰ মুখৰ পৰা তেনে কোনো উপায়েই ৰক্ষা কৰিব নোৱাৰি। ইমান প্ৰজাৰঞ্জন ৰজা পৃথিৱীৰ বুৰঞ্জীত বিৰল।

যুদ্ধ-বিগ্ৰহৰ দ্বাৰা দেশৰ গৌৰৱ বৰ্দ্ধন কৰাৰ উপৰিও প্ৰতাপসিংহই অনেক গঠনমূলক কাম কৰাইছিল। তেওঁ গড়গাঁও নগৰৰ চাৰিওপিনে গড় বন্ধাই নগৰখন সুৰক্ষিত কৰিছিল। ৰাজ্যৰ বিভিন্ন ঠাইত মানুহবিলাকক নিয়ম লগাই বহুৱাইছিল। ইয়াৰ উপৰিও তেওঁ আলিবাট, মথাউৰি, দলং, পুখুৰী আৰু কেবাটিও দৌল সজাই ৰাজ্যৰ সৌন্দৰ্য বৃদ্ধি কৰিছিল।

— • —

# মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়

ভাৰতত যেতিয়া সম্ৰাট আকবৰে ৰাজত্ব কৰিছিল আৰু পৃথিৱীৰ আন আন দেশতো ক্ষমতাশালী ৰজাসকলে ৰাজত্ব কৰিছিল, সেই সময়তে অসমৰ পশ্চিম ছোৱাত এজন ডাঙৰ ৰজাই ৰাজত্ব কৰিছিল । তেওঁ হৈছে মহাৰাজ নৰনাৰায়ণ । তেওঁৰ জীৱনীত, তেওঁৰ ভায়েক চিলাৰায়ৰ নাম বাদ দিলে জীৱনী সম্পূৰ্ণকৈ লিখিব নোৱাৰি । এওঁ অসম বুৰঞ্জীৰ এজন প্ৰখ্যাত দিগ্বিজয়ী বীৰ আছিল । নৰনাৰায়ণ আৰু চিলাৰায় কোঁচ বংশৰ বিখ্যাত ৰজা বিশ্বসিংহৰ পুতেক । সৰুতে এওঁবিলাকৰ দুয়ো কাশীত বিদ্যা শিক্ষা কৰিছিল । তেওঁবিলাকৰ আগৰ নাম মল্লদেৱ আৰু শুক্লধ্বজ । বাপেক মৰাৰ পিছত মল্লদেৱ ৰজা হৈ নৰনাৰায়ণ আৰু সেনাপতি শুক্লধ্বজৰ নাম চিলাৰায় হ'ল । যুদ্ধত চিলাৰ দৰে খৰ হোৱাৰ কাৰণে তেওঁৰ নাম হ'ল চিলাৰায় ।

সেই সময়ত অসমত দুখন ডাঙৰ ৰাজ্য আছিল। পশ্চিমৰ ফালৰখন কোঁচ ৰাজ্য আৰু পূবৰ ফালে আহোম ৰাজ্য । আজিকালি বংগদেশৰ ভিতৰত থকা কিছু অংশও সোমাইছিল । এই দুই ৰাজ্যৰ মাজত আৰু দাঁতিয়ে-কাষৰে বহুত সৰু-সুৰা ৰাজ্য আছিল । সেই সৰু-সুৰা ৰাজ্যবিলাক মহাবীৰ চিলাৰায়ে জয় কৰি কোঁচ ৰাজ্যৰ ভিতৰত সুমালে । সেই ৰাজ্যবিলাকৰ প্ৰায় ৰজাবিলাকক নৰনাৰায়ণৰ তলতীয়া কৰি ৰাখিলে । এইদৰে শ্ৰীহট্ট, ত্ৰিপুৰা, খৈৰাম, জয়ন্তীয়া, ডিমাপুৰৰ কছাৰী ৰাজ্য আদি নৰনাৰায়ণৰ তলতীয়া বা মিত্ৰ ৰাজ্য হ'ল। চিলাৰায়ৰ লগত আহোম ৰজাৰো কেইবাখনো যুদ্ধ হ'ল, অন্তত আহোম ৰজাই নাৰায়ণপুৰলৈকে দেশ ছোৱা কোঁচ ৰজাক এৰি দি সন্ধি কৰিলে। ইয়াৰ পিছত চিলাৰায়ে গৌড় দেশৰ নবাবৰ ৰাজ্য আক্ৰমণ কৰিলে । কিন্তু এইবাৰ ৰণত তেওঁ ঘাটি নবাবৰ বন্দী হ'ল । তেওঁৰ বন্দী অৱস্থাত নবাবৰ মাকক সাপে খুটিলে। চিলাৰায়ে তেওঁক



জাৰি-ফুকি প্ৰাণদান দিলে । তাতে সন্তোষ পাই কৃতজ্ঞতাৰ চিন স্বৰূপে নবাবে চিলাৰাইক মুক্তি দি সসন্মানে নিজ দেশলৈ পঠাই দিলে । ইয়াৰ পাছত চিলাৰায়ে দিল্লীৰ বিখ্যাত সম্ৰাট আকবৰৰ সেনাপতি মানসিংহৰ সৈতে লগ লাগি গৌড় দেশৰ নবাবক পৰাস্ত কৰিলে । গৌড় ৰাজ্যৰ পশ্চিম ছোৱা সম্ৰাট আকবৰৰ তললৈ গ'ল আৰু পুব ছোৱা কোঁচ ৰাজ্যৰ লগত চামিল হ'ল ।

চিলাৰায় শ্ৰীহট্ট যুদ্ধত লাগি থাকোঁতে গৌৰ দেশৰ কালাচাঁদ নামে এজন বামুণে মুছলমান ধৰ্মলৈ কামৰূপ আক্ৰমণ কৰে । তেৱেঁই ঘগুনিৰ মামুদৰ নিচিনা মুছলমান সেনাপতি কালাপাহাৰ। তেওঁ হিন্দুৰ মন্দিৰ আৰু দেৱদেৱীৰ মূৰ্তিবোৰ ভাঙি ফুৰিছিল । কামৰূপত তেওঁ কামাখ্যা দেৱীৰ মন্দিৰ ভাঙিলে । কিন্তু শ্ৰীহট্টৰ ৰণত জয়লাভ কৰি ঘুৰি আহি ককায়েকৰ আদেশ অনুসৰি চিলাৰায়ে কামাখ্যাৰ মন্দিৰ নতুনকৈ সজালে । এই সময়তে নৰনাৰায়ণৰ আন এজন ভায়েক গোহাঁই কমলে লুইতৰ উত্তৰ পাৰে এটা ডাঙৰ আলি বন্ধাইছিল । এই আলিৰ নাম এতিয়াও গোহাঁই কমলৰ আলি বুলি জনা যায় । এইদৰে তেওঁ আৰু আলি-পদুলি বন্ধাই দেশত অহা-যোৱাৰ সুচল কৰে।

নৰনাৰায়ণৰ ৰাজসভা তাহানিৰ বিক্ৰমাদিত্য ৰজাৰ ৰাজসভাৰ দৰেই আছিল। তেওঁ ভালেখিনি গুণীমানী আৰু সাধু পুৰুষক তেওঁৰ সভাত আদৰ-সাদৰকৈ ৰাখিছিল । তাতে মহাপুৰুষ শ্ৰীমন্ত শংকৰো আছিল । নৰনাৰায়ণ আৰু চিলাৰায়ে মহাপুৰুষক বৰ শ্ৰদ্ধা কৰিছিল। অসমীয়া সাহিত্যৰ সোণালী যুগ মহাপুৰুষ সকলে এই ৰজাৰ দিনতে আৰু তেওঁৰ সভাত থাকি প্ৰবৰ্তন কৰাৰ সুবিধা পাইছিল ।

নৰনাৰায়ণে অনেক বছৰ সুখ্যাতিৰে ৰাজত্ব কৰি পিছত নিজৰ পুতেক আৰু ভতিজাকৰ ভিতৰত ৰাজ্য ভাগ কৰি দি স্বৰ্গী হয় ।

— • —

# মূলাগাভৰু

যোল শতিকাৰ আগছোৱাত এজন ডাঙৰ আহোম ৰজাই আমাৰ দেশত ৰাজত্ব কৰিছিল। তেওঁৰ নাম আছিল চুহুংমুং বা দিহিঙীয়া ৰজা। এওঁ অনেক কাৰণত প্ৰখ্যাত ৰজা আছিল। তেওঁৰ দিনত আহোম ৰাজ্য ভালেখিনি বাঢ়ে। তেওঁ শদিয়াৰ চুটীয়াসকলক, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ৰাজ্য পাতি থকা ভূঞাসকলক আৰু কছাৰী-সকলক বশ কৰে। চুহুংমুঙে কছাৰী ৰাজকুমাৰ মদনক নিৰ্ভয়নাৰায়ণ নাম দি কছাৰী ৰজা পাতি মাক গড়মা কুঁৱৰীৰ সৈতে নিজ ৰাজ্যত সসম্মানে থাপিলে।

সেই সময়ত তুৰ্বক নামেৰে এজন পাঠান সেনাপতিয়ে অসম আক্ৰমণ কৰিবলৈ আহে। তেওঁ কছাৰী ৰজাৰ লগত কেবাখনো যুদ্ধ কৰি জয়লাভ কৰিব নোৱাৰি সৈন্য-সামন্তৰে সৈতে দিক্‌ৰং নৈৰ পাৰত কোঠ মাৰি থাকিল।

নিৰ্ভয়নাৰায়ণ আহোম স্বৰ্গদেৱৰ তলতীয়া ৰজা হোৱাৰপৰা তুৰ্বকক অসমৰপৰা খেদোৱাৰ ভাৰ পৰিল চুহুংমুং স্বৰ্গদেৱৰ ওপৰত। তেওঁ ফাচেন্‌মুং বৰগোহাঁইক প্ৰধান সেনাপতি পাতি বাছকবনীয়া সৈন্য-সামন্ত লগত দি তুৰ্বকক অসমৰপৰা খেদাবলৈ পঠালে। ফাচেনমুং এজন সুদক্ষ সেনাপতি আছিল। তেওঁৰ সহায়তেই চুহুংমুঙে আহোম ৰাজ্যৰ সীমা যথেষ্ট বঢ়াব পাৰিছিল। দিক্‌ৰাই নৈৰ পাৰত আহোম আৰু তুৰ্বকৰ সেনাৰ ভিতৰত এখন তয়াময়া যুঁজ হয়। দৈৱ-দুৰ্বিপাকত ৰণত আহোমৰ পৰাজয় হ'ল আৰু ফাচেন্‌মুং সেনাপতিয়ে যুদ্ধক্ষেত্ৰত প্ৰাণ এৰিলে। পাঠান সৈন্যই খৰ-বাৰুদ-বন্দুক ব্যৱহাৰ কৰাত আৰু ফাচেন্‌মুঙে আহোমৰ



চলিত ৰীতিমতে যুদ্ধলৈ যাব নোৱাৰাত এই অভাৱনীয় পৰাজয় হ'ল বুলি অনেকে কয়। ফাচেন্‌মুঙৰ ঘৈণীয়েকৰ নাম আছিল মূলাগাভৰু। এওঁ বৰ নিৰ্ভীক আৰু পতিপৰায়ণা তিৰোতা আছিল। স্বামীৰ মৃত্যুৰ বাতৰি পাই মূলাগাভৰু শোকত অস্থিৰ হ'ল। তেওঁ স্বামীহন্তাৰ ওপৰত প্ৰতিশোধ ল'বলৈ কাছি-পাৰি ৰণলৈ ওলাল। তেওঁ লোকৰ কেবাগৰাকীও আহোম ডাঙৰীয়াসকলৰ তিৰোতা যুদ্ধলৈ ওলাল। তিৰোতাসকলৰ উৎসাহত আহোম সৈন্যৰ ভিতৰত তোলপাৰ লাগি পৰিল। অনেক সৈন্য যুদ্ধলৈ যাবলৈ ওলাল। ৰজায়ো ৰণৰ কাৰণে ঘিমানদূৰ পাৰে আয়োজন কৰি সৈন্য-সমল আদিৰে যোগান ধৰিলে। আকৌ আহোম আৰু পাঠানৰ ভিতৰত যুদ্ধ হ'ল। হুচেন খাঁ নামৰ আৰু এজন পাঠান সেনাপতি আহি তুৰ্বকৰ লগত যোগ দিলেহি। মূলাগাভৰুৱে লগৰীয়া তিৰোতাসকলৰ সৈতে প্ৰচণ্ড বিক্ৰমেৰে পাঠান সৈন্যৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। অস্ত্ৰৰ আঘাতত তিৰোতাসকলৰ শৰীৰ ক্ষত-বিক্ষত হ'ল। তথাপি তেওঁবিলাকে যুদ্ধক্ষেত্ৰ ত্যাগ নকৰিলে।

মূলাগাভৰুৱে উঠি যুদ্ধ কৰা হাতীটোও আঘাতত অস্থিৰ হৈ উঠিল। এই হাতীটোৰ নাম আছিল 'নাংজিন'। আন দেশৰ বীৰ-বীৰাংগনা-সকলৰ বুৰঞ্জী প্ৰসিদ্ধ ঘোঁৰা-হাতীৰ দৰে ই'ও অসমৰ বুৰঞ্জী প্ৰসিদ্ধ হাতী। এইদৰে যুদ্ধ কৰি বীৰাংগনা মূলাগাভৰু আৰু তেওঁৰ লগৰীয়া সকলে যুদ্ধক্ষেত্ৰত প্ৰাণ ত্যাগ কৰিলে। তেওঁবিলাকৰ নিৰ্ভীকতা আৰু সাহসৰ আদৰ্শত অনুপ্ৰাণিত হৈ আহোম সেনাই দুগুণ উৎসাহেৰে যুদ্ধত আগবাঢ়ি গ'ল। কন্‌চেং বৰপাত্ৰ গোহাঁইৰ নেতৃত্বত যুদ্ধ কৰি আহোম সেনাই কেবাবাৰো পৰাজয় বৰণ কৰিব-লগীয়া হৈছিল যদিও শেহত তুৰ্বক পৰাজিত হৈ প্ৰাণ হেৰুৱালে আৰু লগে লগে পাঠান সৈন্যই অসম এৰি যাবলৈ বাধ্য হ'ল।

• * •

# আতন বুঢ়াগোহাঁই

আহোম ৰাজত্বত অসম বুৰঞ্জীত যিসকল ৰাজনীতিজ্ঞ লোকে নাম জিলিকাই থৈ গৈছে সেইসকলৰ ভিতৰত আতন বুঢ়াগোহাঁইৰ নাম কম উজ্জ্বল নহয়। এইজন দূৰদৰ্শী, বিচক্ষণ ৰাজনীতিজ্ঞ পুৰুষে ৩ঠৰ বছৰ অসম ৰাজ্যৰ গুৰি ধৰিছিল। এই কালছোৱাৰ ভিতৰত স্বাৰ্থান্ধ সকলৰ উৎপাত আৰু অযোগ্য ৰজাসকলৰ দুৰ্বলতাত ধ্বংশৰ মুখলৈ যোৱা আহোম ৰাজ্য ৰখাই আছিল আতন বুঢ়াগোহাঁয়ে। ৰাজসভাত আৰু যুদ্ধক্ষেত্ৰত সমানে সুপ্ৰতুল ভাৱে এইজন ডাঙৰীয়াই বিপদৰ মাজতো লগৰীয়া দেশপ্ৰেমিক বিষয়াসকলক চলাই লৈ যাব পাৰিছিল। ১৯৬২ খৃষ্টাব্দ মিৰজুমলাৰ আক্ৰমনৰপৰা ১৬৭৯ খৃষ্টাব্দত লালুক বৰফুকনৰ আৰু ল'ৰা ৰজাৰ দিনলৈকে এওঁ আহোম ৰাজ্যৰ কৰ্ণধাৰ আছিল।

আতন, বুঢ়াগোহাঁই ফৈদৰ বংশধৰ। তেওঁ ব্ৰাহ্মণ আৰু আহোম পণ্ডিতৰ ওচৰত সকলো ৰকমৰ আৱশ্যকীয় শিক্ষা লাভ কৰি বিচক্ষণ পণ্ডিত আৰু ৰাজনীতিজ্ঞ হৈ পৰিছিল। প্ৰথমতে তেওঁ খনিকৰ বৰুৱাৰ বিষয় পাই, তাত যথেষ্ট কৃতিত্ব দেখুৱাছিল। ১৫৬২ খ্ৰীষ্টাব্দত তেওঁ বুঢ়াগোহাঁই পদৱী পাই অলপ দিনৰ ভিতৰতে ৰাজমন্ত্ৰীও হয়। বুঢ়াগোহাঁই হোৱাৰ পিছতে তেওঁ সেনাপতি হৈ মিৰজুমলাক বাধা দিবলৈ যায় কিন্তু অনেক অসুবিধাৰ নিমিত্তে তেওঁ কৃতকাৰ্য্য নহ'ল। মিৰজুমলাই গড়গাওঁ অধিকাৰ কৰিলে। ৰজা জয়ধ্বজ সিংহই উপায় নাপাই নগৰ এৰি গুচি গ'ল। আতন বুঢ়াগোহাঁয়ে থামোন ৰাজমন্ত্ৰী ফুকনৰ সৈতে চোৰাং যুদ্ধ কৰি মোগল ফৌজক তত্ হেৰুৱাই দিলে। ইহাতে বান বাৰিষাত গোটেই দেশ ওপঙি পৰিল। মিৰজুমলাকে আদি কৰি সৈন্য-সামন্ত বেমাৰত পৰিল। খাবলৈ ৰচদ-পাতি নোহোৱা



হ'ল। এই সুযোগতে বুঢ়াগোহাঁই আদিয়ে মিৰজুম্লাৰ লগত সন্ধি কৰিলে। আহোমৰ পক্ষে সন্ধি সম্মানজনক নহ'ল যদিও, দেশৰপৰা বিদেশীক সোনকালে যেনেতেনে আঁতৰোৱা সুযোগ দূৰদৰ্শী বুঢ়াগোহাঁয়ে এৰি নিদিলে। বিদেশী মোগলে কোনোমতে প্ৰাণ লৈ অসম এৰি গ'ল, জয়ধ্বজ সিংহ ঘূৰি আহি ৰাজপাটত বহিল আৰু আতন বুঢ়াগোহাঁয়ে ভগা দেশ পতা কামত লাগি গ'ল। চয়-পেচকচ আদি দিবলৈ মান্তি হোৱাৰ উপৰিও নিজৰ মৰমৰ জীয়েক ৰমণী গাভৰুক মোগলৰ হাতত সমৰ্পণ কৰি ৰজাই অন্তৰত যি আঘাত পালে, তাৰপৰা তেওঁ উন্নতি কৰিব নোৱাৰিলে; সেই কাৰণেই তেওঁৰ অলপ দিনৰ ভিতৰতে মৃত্যু হ'ল।

জয়ধ্বজসিংহৰ পিছত চক্ৰধ্বজসিংহ ৰজা হয়। তেওঁ ৰজা হৈয়েই সন্ধিৰ চৰ্ত ভংগ কৰিবলৈ সাজু হ'ল; কিন্তু দূৰদৰ্শী বুঢ়াগোহাঁয়ে অলপো জীপ ল'বলৈ নোপাওঁতেই এনে নীতি গ্ৰহণ কৰা উচিত নহয় বুলি কৈ, তলে তলে যুদ্ধৰ নিমিত্তে সাজু হ'বলৈ ধৰিলে। সেই সময়ত মহাৰাষ্ট্ৰৰ বীৰ শিৱাজীয়ে দক্ষিণাত্যত আউৰংজেবৰ বাহিনীক পৰাজয় কৰা বাতৰি যেতিয়া অসম পালেহি, তেতিয়াই অসমীয়া সেনাই গুৱাহাটী অধিকাৰ কৰি মানাহলৈকে নিজ ৰাজ্য পুনৰ দখল কৰিলে।

এই বাতৰি পাই সম্ৰাট আউৰংজেবে অনেক সৈন্য-সামন্ত লগত দি মহাৰাজ ৰামসিংহক সেনাপতি পাতি অসমৰ বিৰুদ্ধে পঠালে। আতন বুঢ়াগোহাঁই আৰু লগত লাচিত বৰফুকনৰ বীৰত্ব আৰু কৌশলত মোগলে কোনোমতেই অসম দেশ ল'ব নোৱাৰিলে। শৰাইঘাটৰ যুদ্ধত বিষম-ভাৱে পৰাজিত হৈ মোগল সৈন্যই অসমৰ সীমান্তত আকৌ আক্ৰমণ কৰিবলৈ ছল চাই অপেক্ষা কৰি থাকিল।

শৰাইঘাটৰ যুদ্ধৰ পিছতে লাচিত বৰফুকনৰ মৃত্যু হ'ল আৰু তেওঁৰ ককায়েক লালুক গুৱাহাটীৰ বৰফুকন হ'ল। মোগল সৈন্যই আকৌ গুৱাহাটী আক্ৰমণ কৰাৰ আশংকা কৰি শৰাইঘটীয়া বীৰসকল সদৈয়ে বহুত দিন গুৱাহাটীতে থাকিবলগীয়া হ'ল। ইয়াতে উপযুক্ত কৰ্মচাৰী আৰু ডা-ডাঙৰীয়াসকলৰ অনুপস্থিতিৰ সুবিধা লৈ স্বাৰ্থান্ধ বিষয়াসকলে

দুৰ্বল ৰজাসকলক ভঙা-পতা কৰি গড়গাঁও তথা অসম ৰাজ্যত দুৰ্দিনৰ সৃষ্টি কৰিলে। এই বাতৰি পাই আতন বুঢ়াগোহাঁই প্ৰমুখ্যে ডাঙৰীয়া-সকল সসৈন্যে গড়গাঁওলৈ আহি ৰজাবধী ডেবেৰা বৰুৱাক বন্দী কৰি বধ কৰে আৰু দেশত শান্তি স্থাপন কৰে। তাৰ পাছতো গড়গাঁৱত উপযুক্ত সবল ৰজাৰ অভাৱত আকৌ অশান্তিয়ে দেখা দিলে। এই সকলো অশান্তিৰ মাজত শান্তি আৰু শৃঙ্খলাৰ নিমিত্তে আপ্ৰাণ চেষ্টা কৰা আতন বুঢ়াগোহাঁইক দুবাৰকৈ ৰজা পাতিব খুজিলে; কিন্তু বুঢ়াগোহাঁয়ে নিজে মন্ত্ৰীফৈদৰ মানুহ ৰজা হোৱা উচিত নহয়, ৰজাৰ ফৈদৰ লোকহে ৰজা হ'ব পায়, বুলি কৈ সসম্মানে এই আহ্বান প্ৰত্যাখ্যান কৰিলে। আতন বুঢ়াগোহাঁইক ৰাজধানীত থৈ শৰাইঘটীয়া ডাঙৰীয়াসকল গুৱাহাটীলৈ ঘূৰি গ'ল।

গুৱাহাটীৰ বৰফুকন লালুকে গড়গাঁৱত আতন বুঢ়াগোহাঁইৰ প্ৰতিপত্তি সহিব নোৱাৰা হ'ল। তেওঁক নগদ চাৰিলাখ টকা দিলে আৰু গুৱাহাটীৰ সৈতে আহোম ৰাজ্যৰ পশ্চিমহোৱা এৰি দিব বুলি বংগদেশৰ মোগল চুবাদাৰ আউৰংজেবৰ পুতেক আজমতৰালৈ প্ৰস্তাৱ পঠালে আৰু মিৰজুমলাৰ আক্ৰমণৰ পিছত তেওঁৰ লগতে গৈ ঢাকাত থকা বাহুলি ফুকনক এই বিষয়ে সহায় কৰিবলৈ ক'লে। আজমতৰাৰ সহধৰ্মিণী ৰমণীগাভৰুৰ মধ্যস্থতাত নবাবে এই প্ৰস্তাৱত মান্তি নহৈ পোনে পোনে গুৱাহাটী এৰি দিবলৈ আহোম ৰজাৰ ওচৰত দাবী কৰিলে। সেই সময়ৰ আহোম ৰাজ্যৰ গুৰিয়াল আতন বুঢ়াগোহাঁই এই প্ৰস্তাৱত মান্তি নহ'ল আৰু গুৱাহাটী এৰি দিবলৈ অস্বীকাৰ কৰিলে। কিন্তু লালুক বৰফুকনে মোগলক বাট এৰি দি কলীয়াবৰ পালেহি। মোগলে আকৌ গুৱাহাটী দখল কৰিলে। লালুকৰ স্বাৰ্থান্বেষণৰ কথা আগতে বুজি পায়ো শত্ৰুৱে ছল পাই বুলি বুঢ়াগোহাঁই নিৰ্বিকাৰ হৈ আছিল। কিন্তু মোগলক গুৱাহাটী এৰি দিয়াৰ বাতৰি পায়েই বুঢ়াগোহাঁয়ে এটা শক্তিশালী ফৌজ লৈ গুৱাহাটীৰ ফালে আগবাঢ়ি গ'ল। কলীয়াবৰত



লালুকৰ সৈতে এখন যুদ্ধ হ'ল আৰু এই যুদ্ধত পৰাজিত হৈ বুঢ়াগোহাঁই বন্দী হ'ল।

লালুক গড়গাঁৱলৈ আহি নগৰ দখল কৰিলে আৰু সকলো ৰাজক্ষমতা নিজ হাতলৈ লৈ নানা অশান্তিৰ সৃষ্টি কৰিলে। পৰৱৰ্তীয়া ৰজাই লালুকক বাধা দিবলৈ গৈ প্ৰাণ হেৰুৱালে, লালুকে নিজৰ বাছনি মতে চৈধ্যবছৰীয়া ল'ৰা ৰজাক ৰাজপাতত বহুৱালে আৰু ৰজাৰ হতুৱাই আদেশ দিয়াই আতন বুঢ়াগোহাঁই আদিক হত্যা কৰালে। এইদৰেই জয়ধ্বজসিংহৰ দিনৰ পৰা নানা বিপদ-আপদ আৰু বিপ্লৱৰ মাজেদি আহোম ৰাজ্যৰ অস্তিত্ব ৰক্ষা কৰি অহা গুৰিয়াল জনৰ জীৱন বন্তি নুমাই গ'ল।



## চক্ৰধ্বজসিংহ আৰু লাচিত বৰফুকন

দিল্লীৰ সম্ৰাট আওৰংজেবৰ বিখ্যাত সেনাপতি মিৰজুমলাই ১৬৬২ খ্ৰীষ্টাব্দত অসম আক্ৰমণ কৰে। তেওঁ বংগদেশৰ শাসনকৰ্তাও আছিল। আহোম সৈন্যক হৰুৱাই তেওঁ গুৱাহাটী অধিকাৰ কৰিলে। ইয়াৰ পিছত আকৌ শিমলুগড়ত যুদ্ধ হ'ল। এই যুদ্ধতো উপযুক্ত পৰিচালক-সেনাপতিৰ অভাৱত আৰু সেনাপতিসকলৰ ভিতৰত মনোমালিন্য থকাত আহোম সৈন্য হাৰে। এইবাৰ মিৰজুমলা উজাই আহি গড়গাঁও অধিকাৰ কৰিলে। মোগল সেনা নগৰ সোমোৱাৰ আগতেই স্বৰ্গদেৱ জয়ধ্বজসিংহই গড়গাঁও এৰি দলে-বলে আঁতৰি গ'ল; মিৰজুমলাই সহজে নগৰ দখল কৰি সসৈন্যে থাকিবলৈ ধৰিলে। কিন্তু অলপ দিনৰ পিছতে বান বাৰিষা উপস্থিত হ'ল। খোৱা বস্তুৰ অভাৱ ঘটিল। মিৰজুমলাৰ মানুহবোৰক এনেবিধৰ হাবাপানীয়ে খুন্দাত প্ৰায়বোৰেই বেমাৰত পৰিল আৰু অনেক মৰিল। মিৰজুমলাৰ এনে দুৰ্গতিৰ সম্বেদ লৈ জয়ধ্বজসিংহই এই সুযোগতে গড়গাঁও অভিমুখে আহি মিৰজুমলাক আক্ৰমণ কৰিলে। মিৰজুমলাই উপায় নেপাই আহোম ৰজাৰ লগত সন্ধি কৰিলে। এই সন্ধিমতে মোগলকো জয়ধ্বজসিংহই ভালেখিনি দিব লগা হ'ল। আনকি ৰজাৰ জীয়ৰী একোটা কৰ দি থাকিবলৈও গাত ল'লে।

জয়ধ্বজসিংহৰ মৃত্যুৰ পাছত চক্ৰধ্বজসিংহ ৰজা হয়। মোগলে ধন-সম্পত্তি লুটি নি ৰাজ্যৰ যি দুৰ্গতি কৰিলে, তাক দেখি চক্ৰধ্বজৰ মনত বৰ বেজাৰ লাগিল। তেওঁ মোগলক কৰ-কাটল শোধাবলৈ অমান্তি হ'ল আৰু লগে লগে মোগলৰ সৈতে যুঁজিবলৈ সাজু হ'ল। মোমাই তামুলি বৰবৰুৱাৰ পুতেক লাচিত, গুৱাহাটীৰ বৰফুকন আৰু আহোম সেনাৰ প্ৰধান সেনাপতি হৈ লগত প্ৰায় ডেৰ লাখ সৈন্যলৈ মোগলৰ লগত ৰণ



দিবলৈ গ'ল। লাচিত আছিল মাতৃভূমিৰ একান্ত সেৱক, বিচক্ষণ সেনাপতি আৰু ত্যাগী বীৰ। তেওঁ মানাহামুখৰ যুদ্ধত মোগল সেনাপতি চৈয়দ চানা আৰু চৈয়দ ফিৰোজক বন্দী কৰি গড়গাঁৱলৈ পঠালে। গুৱাহাটী আকৌ আহোমৰ হাতলৈ অহা আৰু মোগল সেনাৰ বিপৰ্যয়ৰ কথা শুনি সম্ৰাট আওৰংজেবে ৰজা ৰামসিংহক সেনাপতি পাতি অসমদেশ মাৰিবলৈ পঠালে। ৰামসিংহই কেবাজনো পালি সেনাপতি আৰু ন লাখ সৈন্য লগত লৈ অসমৰ সীমা পালেহি। বৰফুকনে মোগল সেনাক ততালিকে আক্ৰমণ নকৰি, বাৰিষা কাললৈ বাট চালে আৰু তলে তলে সাজু হ'বলৈ ধৰিলে। এইদৰে কিছুদিন যোৱাৰ পাছত ৰাম-সিংহই শৰাইঘাটৰ গড় আক্ৰমণ কৰিলেহি। তাতে কেবা মাহো যুঁজ লাগিল। দুয়োদলৰ অনেক সৈন্য মৰিল। ৰামসিংহই লাচিতক নানা ৰকমে প্ৰলোভন দেখুৱাই যুদ্ধ এৰুৱাব খুজিছিল; কিন্তু লাচিতে সেই প্ৰলোভনত ভোল নগৈ দুগুণ উৎসাহেৰে যুদ্ধলৈ সজু হ'ল। মোগল সৈন্য, আকৌ আগীয়াঠুটীত গোট খাই এটা প্ৰবল হেঁচা দিবলৈ থিৰ কৰিলে। এই মোগল বাহিনীক বাধা দিয়াৰ কাৰণে আগীয়াঠুটীত এটা গড় বান্ধিবলগীয়া হ'ল। ৰাতিটোৰ ভিতৰতে গড়টো বান্ধিব নোৱাৰিলে অসম দেশ ৰক্ষা কৰা টান হৈ পৰিল। লাচিতে তেওঁৰ মোমায়েকক এই গড় বন্ধা কামৰ ভাৰ দিলে। কিন্তু ৰাতি লাচিতে গড় চাবলৈ গৈ ইয়াক অসম্পূৰ্ণ অৱস্থাত এৰি কমীবোৰ শুই থকা দেখি বিচূৰ্তি খালে। তেওঁ মোমায়েকক বেচি কথা কবলৈ সময় নিদি "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি মোমায়েকক কাটি পেলালে। কমীবোৰে মোমায়েকৰ অৱস্থা দেখি সৰ্বোঁ জীওঁ লোঁ অধিকৈ ৰাতিতে গড় বান্ধি শেষ কৰিলে। এই গড়টোক আজিও "মোমাই কটা গড়" বোলে। পিছদিনা ইয়াতে ঘোৰতৰ যুদ্ধ হ'ল; কিন্তু মোগলে আহোমক কোনো মতেই পৰাস্ত কৰিব নোৱাৰিলে। ইয়াৰ পাছত কেবামাহো আগগুৰি চাই ৰামেদি গুৱাহাটী দখল কৰা অসম্ভৱ যেন ভাবি ভাদমাহত অসংখ্য মোগল সেনাই ব্ৰহ্মপুত্ৰইদি উজাই আহি গুৱাহাটী ল'বলৈ চেষ্টা কৰিলে। সেই সময়ত লাচিত

বৰফুকনৰ বিষম জ্বৰ; তেওঁ জ্বৰৰ গাবেঁই নাৱত উঠি আগবাঢ়ি গ'ল আৰু সৈন্য-সামন্তবিলাকেও নিজৰ প্ৰাণলৈ মায়া-মমতা এৰি মোগল সৈন্যক আগভেটি ধৰিলে। এই যুদ্ধতো লাচিতেই জয়ী হ'ল। মোগল ফৌজ আকৌ নিজৰ সীমাৰ ভিতৰলৈ ছহকি গ'ল। কিন্তু যিজন স্বাধীনচিতীয়া ৰজাৰ নিৰ্ভীক চেষ্টাত শৰাইঘাটৰ যুদ্ধত, দিল্লীশ্বৰৰ সাগৰ সংকাশ বাহিনী পৰাজিত হ'ল সেই স্বৰ্গদেৱ চক্ৰধ্বজ সিংহই যুদ্ধৰ ফলাফল দেখিবলৈ নেপালে; যুদ্ধ চলি থাকোঁতেই তেওঁ স্বৰ্গী হ'ল।

## জয়মতী-গদাধৰ

আহোম ৰজাসকলৰ ভিতৰত সবাতকৈ বাহুবলী ৰজা আছিল গদাধৰ সিংহ। গদাধৰৰ আগতে ল'ৰা ৰজা নামেৰে জনাজাত এজন দুৰ্বলী আৰু অকামিলা ৰজা আহোমৰ সিংহাসনত আছিল। তেওঁ নিচেই সৰু ফুটীয়া পাতল মানুহ কাৰণে মানুহে তেওঁক ল'ৰা ৰজা বুলিছিল। আহোম ৰাজবংশত সেই সময়ত কেবাজনো উপযুক্ত ৰাজকোঁৱৰ আছিল। মন্ত্ৰীসকলে ইচ্ছা কৰিলে তাৰ যেই-সেই এজনক ৰজা পাতি ল'ৰা ৰজাক ৰজা ভাঙিব পাৰে। দুৰ্বল মনৰ ল'ৰা ৰজাই এই ভয়তে আছিল। আহোম ৰজা সকলৰ নিয়ম মতে শৰীৰত ঘূণ থকা ৰাজকোঁৱৰ ৰজা হব নোৱাৰে। সেই দেখি ল'ৰা ৰজাই ভৱিষ্যত আশংকা দূৰ কৰিবৰ নিমিত্তে চোৰাংচোৱা পঠিয়াই এই ৰাজকোঁৱৰ অনেকৰ শৰীৰত ঘূণ লগালে। এই ঘূণ লগাব খোজোঁতে কোনো কোনোৱে প্ৰাণ ত্যাগ কৰিলে। এইসকলৰ ভিতৰত আটাইতকৈ বাহুবলী গদাধৰক কোনোমতে ধৰা পেলাব নোৱাৰিলে। এটা-দুটা চোৰাংচোৱাই তেওঁৰ ওচৰ চাপিবকে নোৱাৰে। তথাপি এজন মানুহে ৰজাৰ সৈন্যৰ আগত অকলে তিষ্ঠিবলৈ টান হ'ল। তেওঁ সতী তিৰোতা জয়মতীৰ অনুৰোধ ৰক্ষা কৰি নগা পৰ্বতলৈ পলাই গল আৰু তাতে নগাৰ লগত মিলি নগাবেশেৰে থাকিবলৈ ধৰিলে। ইফালে ল'ৰা ৰজাই গদাধৰক বিচাৰি নেপাই বেছি শংকিত হ'ল। তেওঁ দুষ্ট মন্ত্ৰীসকলৰ মন্ত্ৰণা মতে গদাৰ ঘৈণীয়েক জয়মতীক মাতি আনি কোঁৱৰ ক'ত আছে ক'বলৈ ক'লে। কিন্তু জয়মতী স্বামীৰ বাতৰি দিবলৈ মান্তি নহ'ল। সেই কাৰণে তেওঁক জেৰেঙাপথাৰলৈ নি অমানুষিক শাস্তি দিলে। তথাপি জয়মতীয়ে স্বামীৰ কথা নকলে! অৱশেষত ৰজাৰ শাস্তিতে





তেওঁ প্ৰাণ ত্যাগ কৰিলে । এয়ে মহাসতী জয়মতীৰ কথা ।

ইফালে আকৌ নগা পৰ্বতত অনাই-বনাই ফুৰা গদাধৰে জয়মতীৰ মৃত্যুৰ বাতৰি পাই শোকত জৰ্জৰিত হৈ ভৈয়ামলৈ নামি আহিল । সেই সময়ত গদাধৰৰ ভিনিহিয়েক বন্দৰ বৰফুকন ৰাজ-প্ৰতিনিধি হৈ গুৱাহাটীত আছিল । গদাধৰ পলোৱাৰ পিছৰ পৰা উজনি অসমত ৰজাৰ অত্যাচাৰ বাঢ়িবলৈ ধৰিলে । অনেকেই ল'ৰা ৰজাৰ অত্যাচাৰৰপৰা ৰক্ষা পাবলৈ উপায় বিচাৰিলে । গদাধৰ মনৰ বেজাৰত গুৱাহাটী পালেহি । বন্দৰ বৰফুকনে তেওঁক লগত লৈ উজনিলৈ আহিল আৰু ল'ৰাৰজাক সহজেই ৰজা ভাঙি গদাধৰক ৰজা পাতিলে ।

গদাধৰ ৰজা হৈ দেশত শান্তি স্থাপন কৰাত মন দিলে । তেওঁ নিজে বাহুবলী আৰু সবল ৰজা আছিল । সেই দেখি ৰাজ্যৰ স্বাৰ্থত হকাবধা কৰা লোকসকলক যথোচিত শাস্তি দি শান্তি স্থাপন কৰাব পাৰিলে । গদাধৰৰ দিনতে মুছলমানসকলে আকৌ আহোম ৰাজ্য আক্ৰমণ কৰে । গদাধৰে প্ৰথমতে বৰনদীৰ মুখৰ নৌ যুদ্ধ এখনত মুছলমানক পৰাস্ত কৰি যুদ্ধৰ বহুত অস্ত্ৰ-শস্ত্ৰ আৰু আহিলা পাতি হস্তগত কৰে । ইয়াৰ পিছত ইটাখলি নামৰ ঠাইত আকৌ এখন যুদ্ধ হয় এই যুদ্ধত মুছলমান সৈন্য সমূলি পৰাস্ত হৈ পিছ হুহকি যায় । অসমীয়া সৈন্যই তেওঁবিলাকক খেদি নি মানাহনৈৰ পাৰ কৰি দিয়ে। ইয়াৰ পাছত ৰাজ্যত উপদ্ৰৱ কৰা নগা আৰু মিৰিবিলাকক দমন কৰে। গদাধৰ সিংহই প্ৰথমতে অসমত মাটি জোখা নিয়ম উলিয়ায় । তেওঁৰ দিনৰে আঠহতীয়া "টাৰ" বা "নল" আজিও চলি আছে। তেওঁ ধোদৰ আলিকে আদি কৰি অনেক আলি কৰায়, কেবাখনো পকী দলং কৰায় আৰু বহুত পুখুৰী খনায় ।

## স্বৰ্গদেৱ ৰুদ্ৰসিংহ

আহোম ৰজাসকলৰ ভিতৰত স্বৰ্গদেৱ ৰুদ্ৰসিংহই আটাইতকৈ ডাঙৰ আছিল । তেওঁৰ মাক আছিল অসমৰ বিখ্যাত সতী জয়মতী আৰু বাপেক মহাবীৰ গদাধৰ সিংহ স্বৰ্গদেৱ । ৰুদ্ৰসিংহ বৰ জাকজমক-প্ৰিয় ৰজা আছিল । তেওঁ মঠ-মন্দিৰ কাৰেং আদি সজাই ভাল পাইছিল । তেওঁ, মাক জয়মতীৰ নাম চিৰস্মৰণীয় কৰিবৰ নিমিত্তে আজি কালিৰ শিৱসাগৰ নগৰৰ ওচৰত জয়সাগৰ নামেৰে এটা ডাঙৰ পুখুৰী খনায় । ইয়াৰ পাৰতে জয়দৌল নাম দি এটা ডাঙৰ মন্দিৰ সজায় । শিৱসাগৰৰ ওচৰতে তেওঁ ৰংপুৰ নামেৰে এখন নতুন নগৰ নিৰ্মাণ কৰায় । এই নগৰত সজোৱা তলাতল ঘৰ বোলা ঘৰটো ভগা-ছিগা অৱস্থাত আজিও আছে আৰু ইয়াকে চাবলৈ এতিয়াও অনেক মানুহ যায় । ইয়াৰ ওচৰতে স্বৰ্গদেৱে ৰংঘৰ নামে আন এটি পকী ধুনীয়া ঘৰো সজায় । এই ঘৰৰ ওপৰ মহলত উঠি স্বৰ্গদেৱ-সকলে খেল পথাৰত হাতী যুঁজ, মহযুঁজ আদি খেল ধেমালি চাইছিল এই ঘৰবোৰ সজাবৰ নিমিত্তে তেওঁ ভাটীৰ কোঁচবিহাৰৰ পৰা ঘনশ্যাম নামৰ খনিকৰ এজন আনাইছিল ।

ৰুদ্ৰসিংহ পৰম ধাৰ্মিক ৰজা আছিল । তেওঁ ধৰ্মগুৰুসকলক আদৰ-যত্ন কৰি মাটি-বাৰী দি ঠায়ে ঠায়ে পাতিছিল । তেওঁ নিজে লিখা-পঢ়া নেজানিছিল যদিও ল'ৰাই পঢ়িবৰ নিমিত্তে পঢ়াশালি পাতি দিছিল । তেওঁৰ সহায়ত অনেক চোকা ল'ৰাই দূৰদেশলৈ গৈ বিদ্যা শিক্ষা কৰি আহিছিল । তেওঁ সংগীত ভাল পাইছিল আৰু নিজে গীত ৰচনা কৰিছিল ।

তেওঁৰ দিনকিটা বিশেষভাৱে শান্তিৰেই পাৰ হৈছিল । সৰু-সুৰা

যুদ্ধ কম আছিল যদিও কছাৰী আৰু জয়ন্তীয়াৰ লগত যুদ্ধ কৰি পৰাস্ত কৰিছিল। ৰুদ্ৰসিংহৰ সময়ত বংগদেশত নবাবসকলে ঠায়ে ঠায়ে ৰাজত্ব কৰিছিল। তেওঁ বংগদেশ আক্ৰমণ কৰি হিন্দুৰ পবিত্ৰ নৈ গংগাখন নিজ ৰাজ্যৰ মাজেদি বোৱাবলৈ ইচ্ছা কৰিছিল। সেই উদ্দেশ্যে তেওঁ সৈন্য সামন্ত গোটাই লৈ বংগদেশ আক্ৰমণ কৰিবলৈ যাত্ৰা কৰিলে। প্ৰথমতে তেওঁ উত্তৰ-গুৱাহাটীত বাহৰ পাতি ৰ'ল। দৈব-দুৰ্বিপাকত তাতে হঠাৎ নৰীয়া হৈ তেওঁৰ মৃত্যু হ'ল। তেওঁ ঢকুৱা তিনিশ বছৰেই হোৱা নাই। উত্তৰ গুৱাহাটীত তেওঁৰ মৃত্যু হোৱা ঠাইত সজা ৰুদ্ৰেশ্বৰ দেৱালয় আজিও আছে।—



# তুলাৰাম সেনাপতি

কছাৰীসকল অসমৰ খিলঞ্জীয়া লোক। আহোম আৰু কোঁচ-সকলে যেনেকৈ ডাঙৰ ৰাজ্য পাতি অসমৰ অনেক অংশ শাসন কৰিছিল, সেইদৰে কছাৰীসকলেও প্ৰবল প্ৰতাপেৰে অসমৰ অনেক অংশ শাসন কৰিছিল। শত্ৰুদমন এওঁলোকৰ এজন ডাঙৰ ৰজা আছিল। ইংৰাজ অহাৰ সময়ত কছাৰী ৰাজ্যখন অনেক সৰু হৈ পৰিল। বৰ্তমানৰ উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলাৰ বেছি অংশ আৰু তাৰ ওচৰ-পাজৰৰ অলপ ঠাইতহে কছাৰী ৰজাই ৰাজত্ব কৰিছিল। গোবিন্দসিংহ এওঁবিলাকৰ শেষ ৰজা। গোবিন্দসিংহৰ কোহিধন নামৰ এজন বান্ধনি আছিল। তেওঁ সকলো কামতে বিচক্ষণ লোক আছিল আৰু ৰজায়ো তেওঁক বৰ ভাল পাইছিল। সেই দেখি ৰজা গোবিন্দসিংহই তেওঁক ৰাজ্যৰ পৰ্বতীয়া অংশত এজন ডাঙৰ বিষয়া পাতি থলে। কোহিংনে ৰজাৰ মৰম নেওচা দি বিশ্বাসঘাটক স্বৰূপে এখন বেলেগ কছাৰী ৰাজ্য পাতিবলৈ যো-জা কৰিলে। গোবিন্দসিংহই তেওঁক বিদ্ৰোহী বুলি জানিবলৈ পাই চক্ৰান্ত কৰি বধ কৰিলে। কোহিধনৰ পুতেক তুলাৰাম ভয়ত ৰাজ্যৰপৰা পলাই গল। তেওঁ সৈন্য-সামন্ত গোটাই লৈ বাপেকে পাতিব খোজা ৰাজ্যখনৰ ৰজা হ'ব খুজিলে। সেই সময়ত ৰজা গোবিন্দসিংহক চাৰিওপিনে বিপদে আগুৰি ধৰিছিল। মান আৰু মণিপুৰীবিলাকে তেওঁৰ ৰাজ্য বাৰে বাৰে আক্ৰমণ কৰি দুৰ্বল কৰি পেলালে। অন্তত তত্ নেপাই তেওঁ ইংৰাজৰ তলতীয়া ৰজা হ'ল। এইদৰে মান আৰু মণিপুৰীৰ পৰা নিৰাপদ হৈ গোবিন্দসিংহই তুলাৰামৰ বিৰুদ্ধে সৈন্য পঠালে। কিন্তু ৰজাৰ সৈন্যই তুলাৰামক একো কৰিব নোৱাৰিলে। ইফালে তুলাৰামে নিজৰ ভতিজাক গোবিন্দৰামক সেনাপতি পাতি ৰজাৰ

সৈন্যৰ বিৰুদ্ধে পঠিয়ালে আৰু তেওঁ এখন ৰণত ৰজাৰ ফৌজক পৰাস্ত কৰিলে। এইদৰে জয়যুক্ত হৈ গোবিন্দৰামৰ মন বাঢ়ি গ'ল আৰু তুলাৰামৰ বিৰুদ্ধেও ফেৰ পাতিলে। তুলাৰামে নিজৰ গা সৰক্ষাৰৰ অন্য উপায় নেদেখি ৰাজ্যৰপৰা পলাই যাবলৈ বাধ্য হ'ল। অলপ দিনৰ পিছতে তুলাৰামে মণিপুৰৰ ৰজাৰ সহায়ত গোবিন্দৰামক খেদি নিজ ৰাজ্য উদ্ধাৰ কৰিলে। ইংৰাজে ৰজা গোবিন্দসিংহক তুলাৰামে দখল কৰি থকা অঞ্চলটো তেওঁক এৰি দি শান্তিৰে থাকিবলৈ পৰামৰ্শ দিলে। কিন্তু গোবিন্দসিংহই এই কথা নুশুনিলে। অলপ পিছতে গোবিন্দসিংহক তেওঁৰ মণিপুৰী প্ৰজা এজনে বধ কৰিলে। ৰজাৰ মৃত্যুৰ পিছত তুলাৰামে নিজকে কছাৰী ৰজাৰ বংশধৰ বুলি গোটেই কছাৰী ৰাজ্যখন দাবী কৰিলে। গোবিন্দসিংহৰ মিত্ৰ ইংৰাজে এই দাবী মানি নল'লে যদিও তুলাৰামক তেওঁ দখল কৰি থকা অঞ্চলটোত ইংৰাজৰ কৰদ-মিত্ৰ ৰজাৰ দৰে থাকিবলৈ দিলে। তুলাৰামে কৰ স্বৰূপে ইংৰাজক বছৰি চাৰিটা হাতীৰ দাঁত শোধাবলগীয়া হৈছিল। পাছত হাতীৰ দাঁতৰ সলনি নগদ ৪৯০ টকা কৰ দিয়াৰ নিয়ম হ'ল ইংৰাজেও তেওঁক ৫০ টকাকৈ পেঞ্চন দিছিল। উত্তৰ কাছাৰ, মিকিৰ পাহাৰ আৰু গোলাঘাট মহকুমাৰ কিছু অংশ তুলাৰামে শাসন কৰি আছিল। তেওঁৰ মৃত্যুৰ পিছত এই অংশটো ইংৰাজৰ খাচ দখললৈ আহে।

—•—

# পূৰ্ণানন্দ বুঢ়াগোহাঁই

পখীয়ে ডেউকাৰ আঁৰত পোৱালী ৰখাৰ দৰে যি জন নিৰ্ভীক ৰাজনীতিজ্ঞ আৰু দূৰদৰ্শী পুৰুষে প্ৰায় দুকুৰি বছৰ অসম ৰাজ্যখন ৰাখি আছিল, সেইজনেই হ'ল ডাঙৰীয়া পূৰ্ণানন্দ বুঢ়াগোহাঁই। আমি অকালতে হেৰুওৱা সুদৰ্শন ৰাজপুৰুষ সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই তেওঁৰ পোনপটীয়া বংশধৰ।

স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনৰপৰাই পূৰ্ণানন্দই ৰাজ্যৰ গুৰি ধৰি আছে। দূৰদৰ্শী পূৰ্ণানন্দই সেই সময়ৰ বিদ্ৰোহী মোৱামৰীয়াসকলৰ ওপৰত বিশেষ দমননীতি নচলাই কৌশলেৰে তেওঁবিলাকক হাত কৰিবলৈ উপদেশ দিয়ে। কিন্তু ৰজাই তেওঁৰ কথা নুশুনি মোৱামৰীয়াৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰাত আকৌ বিদ্ৰোহ হয়। এইবাৰ এটাইবিলাক যুঁজতে ৰাজকীয় সৈন্য পৰাস্ত হয়। কিন্তু বিচক্ষণ বুঢ়াগোহাঁয়ে ১৬৮৬ খ্ৰীষ্টাব্দৰ পৰা ১৭৯২ খ্ৰীষ্টাব্দলৈকে অতি কৌশলেৰে ৰাজ্য ৰক্ষা কৰি আছিল। সেই সময়ত ৰাজবংশৰ পাটকোঁৱৰে অসীম সাহসেৰে যুদ্ধ কৰি মোৱামৰীয়াৰ হাতৰপৰা শিৱসাগৰ উদ্ধাৰ কৰে। কিন্তু শেষত তেওঁ প্ৰাণ এৰিলে। এই ছেগতে আহোম ৰাজ্যত ভালেখিনি সৰুসুৰা ৰাজ্য প্ৰতিষ্ঠা কৰাৰ যত্ন চলিল। বেংমৰাত মৰাণসকলে সৰ্বানন্দক আৰু ৰংপুৰত মোৱামৰীয়াই ভৰতসিংহক ৰজা পাতিলে। খামতিসকলেও নিজৰ ৰজা পাতি ল'লে। কৃষ্ণ নাৰায়ণ নামেৰে দৰঙী কোঁৱৰ এজনে হিন্দুস্থানী আৰু বঙাল সৈন্য সংগ্ৰহ কৰি দৰঙত আহোম ৰজাৰ তুৰলীয়া ৰজাজনৰ পৰিবৰ্তে নিজকে দৰঙৰ ৰজা বুলি ঘোষণা কৰিলে। আহোম ৰজাই এই বিপদত ওচৰ-চুবুৰীয়া ৰজাৰ সহায় বিচাৰিছিল। কিন্তু তেনে সহায় জয়ন্তীয়া

আৰু কছাৰী ৰজাই নিদিলে । মণিপুৰীয়া ৰজায়ো এদল সৈন্য পঠাইছিল, কিন্তু মোৱামৰীয়াৰ আগত তিষ্ঠিব নোৱাৰি ছুহকি গ'ল।

আন উপায় নেপাই গৌৰীনাথ সিংহই বংগদেশলৈ কটকী পঠাই ইংৰাজৰ সহায় ভিক্ষা কৰিলে তেতিয়াৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণোৱালিছে কেপ্তেন ৱেল্‌ছৰ তলত এদল সৈন্য পঠালে । ১৭৯২ খ্ৰীষ্টাব্দত ৱেলছে এফালৰপৰা আক্ৰমণ কৰি মোৱামৰীয়া আৰু কৃষ্ণনাৰায়ণক দমন কৰিলে আৰু গৌৰীনাথ সিংহক আকৌ ৰজা পাতি গুচি গ'ল । গৌৰীনাথ সিংহই ভৱিষ্যতে ৰংপুৰ ৰক্ষা কৰা টান হ'ব বুলি ভাবি যোৰহাটলৈ ৰাজধানী তুলি আনিলে । ১৭৯৫ চনত এওঁৰ মৃত্যু হোৱাত কমলেশ্বৰ সিংহ ৰজা হয় ।

কামৰ ভাল বুজি দূৰদৰ্শী পূৰ্ণানন্দই কলীয়াভোমোৰা বৰফুকন বা প্ৰতাপ বল্লভৰে সৈতে ইংৰাজৰ সৈন্যৰ আৰ্হিত অসমীয়া পল্টন গঠন কৰে । এই সময়ৰ আন এজন ৰাজনীতিজ্ঞ পুৰুষ সুশাসক আৰু সুদক্ষ সেনাপতি কলীয়াভোমোৰা বৰফুকনে গুৱাহাটীত থাকি নামনি অসম শাসন কৰে । ৰজাই বিশেষকৈ এই দুজন পুৰুষৰ চেষ্টাত দেশৰ কেবাটিও বিদ্ৰোহ দমাই ৰাজত্ব কৰিছিল । ৰজা গৌৰীনাথ সিংহৰ দিনত কামৰূপৰ বুজৰবৰুৱাৰ বংশৰ হৰদত্ত আৰু বীৰদত্ত নামে দুজন ককাই-ভায়ে আগৰ আহোম শাসকজনৰ অত্যাচাৰত অতিষ্ঠ হৈ বহুত দেশী-বিদেশী সৈন্য গোটাই লৈ কামৰূপ দখল কৰে । কলীয়াভোমোৰা বৰফুকনে এই বিদ্ৰোহ দমাই প্ৰতাপ বল্লভ নাম পায় ।

চাৰিওপিনৰ বিপদ-আপদৰ মাজত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে নিজেই ৰাজ্য শাসনৰ বাঘজৰী ধৰিবলৈ বাধ্য হ'ল । ৰজায়ো বুঢ়াগোহাঁইৰ ক্ষমতাত বাধা দিয়া উচিত যেন নেভাবিছিল । বুঢ়াগোহাঁয়ে এই সময়তে কছাৰী ৰজা কৃষ্ণচন্দ্ৰ আৰু মোৱামৰীয়াৰ সম্মিলিত বাহিনীক নগাঁৱত পৰাস্ত কৰে । মৰাণৰ সৰ্বানন্দই মান সেনা আনি আহোম ৰজাৰ বিপক্ষে যুঁজ দিবলৈ থিৰ কৰোঁতেই বুঢ়াগোহাঁয়ে কৌশলেৰে মান সেনাক হাত কৰে ।



১৮১০ খ্ৰীষ্টাব্দত কমলেশ্বৰসিংহ লোকান্তৰ হোৱাত তেওঁৰ ভায়েক কম বয়সীয়া চন্দ্ৰকান্ত সিংহ ৰজা হয় । দেশৰ গতি-গোত্ৰ অনুসৰি ৰজাই চলিব নেজানিছিল । তেওঁৰ বিষয়ে ভালেখিনি কথা শুনিবলৈ পোৱা যায় । বিশেষকৈ "ভূত" নামৰ কুকুৰাচোৱা বৰাৰ পুতেক সংৰাম ৰজাৰ প্ৰিয়পাত্ৰ হৈ চাৰিঙীয়া ফুকন বিষয় পালে । তেওঁ ডাঙৰ মানুহ হৈ বুঢ়াগোহাঁইক বধ কৰিবলৈও ষড়যন্ত্ৰ চলালে । বুঢ়াগোহাঁয়ে এই ষড়যন্ত্ৰ ধৰা পেলাই দোষীসকলক উচিত শাস্তি দিলে ।

ইফালে গুৱাহাটীৰ সুশাসক কলীয়াভোমোৰাৰ মৃত্যু হোৱাত, তেওঁৰ ঠাইত বুঢ়াগোহাঁইৰ বিয়েয়েক বদনচন্দ্ৰ গুৱাহাটীৰ বৰফুকন হয় । তেওঁৰ দিনত কামৰূপীয়া প্ৰজাৰ ওপৰত যথেষ্ট অত্যাচাৰ হয় । তাৰ উপৰি তেওঁ বোলে সংৰামৰ ষড়যন্ত্ৰতো লিপ্ত আছিল । সেই কাৰণে বুঢ়াগোহাঁয়ে, আতন বুঢ়াগোহাঁইৰ দৰে বাট নেচাই, তেওঁক গুৱাহাটীৰপৰা ধৰি আনিবলৈ এজন বিষয়া পঠিয়াই দিলে; ইপিনে বুঢ়াগোহাঁইৰ বোৱাৰীয়েক বদনৰ জীয়েকে বাপেকক ধৰি আনিবলৈ পঠোৱা কথাটো জানিবলৈ পাই আগতে মানুহ পঠাই এই সংবাদ দিলে । সংবাদ পায়েই ৰাজধানীৰপৰা ধৰিবলৈ যোৱা বিষয়াজন গুৱাহাটী পোৱাৰ আগতে বদনচন্দ্ৰ পলাই গ'ল ।

তেওঁ গুৱাহাটীৰপৰা কলিকতা পালেগৈ । তাতে তেওঁ চন্দ্ৰকান্ত সিংহৰ নামত বৃটিছৰ সহায় বিচাৰিলে । ইংৰাজ গৱৰ্ণৰে সেই সময়ৰ "হস্তবিৰত নীতি" অনুসৰি সহায় কৰিবলৈ মান্তি নহ'ল । সেই সময়তে কলিকতাত মান ৰজাৰ কটকী এজন আছিলহি । বদনে তেওঁৰ সৈতে চিনাকী হৈ তেওঁৰ লগতে মান দেশলৈ গৈ মান ৰজাক চন্দ্ৰকান্ত সিংহৰ নামত এদল সৈন্যৰ সহায় খুজিলে । বদনে পূৰ্ণানন্দই ৰজাৰ ক্ষমতা লৈ নিজেই ৰজা হৈ পৰিছে বুলি ক'লে । তেওঁ মান ৰজাক নিজৰ বংশৰে এজন ৰজাক সহায় কৰিবলৈ খাটনি ধৰিলে । মান ৰজাই বদনৰ কথাতে, তেওঁৰ লগত এটা ডাঙৰ ফৌজ দি পঠালে । পূৰ্ণানন্দই মানে

অসম আক্রমণ কৰা শুনি এদল অসমীয়া সৈন্য পঠিয়াই দিলে। ঘিলাধাৰীত দুই দলৰে এখন যুদ্ধ হয় আৰু অসমীয়া সৈন্য হাৰে। এই সময়তে বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৃত্যু হয়। কোনোৱে কয়, বদনৰ বিশ্বাসঘাটকতা, ভিতৰুৱা ষড়যন্ত্র আৰু মানৰ যুদ্ধত পৰাজয় হোৱাত বুঢ়াগোহাঁই অতিষ্ঠ হৈ উঠে আৰু অন্তত নিৰুপায় হৈ হীৰা চেলেকি মৃত্যু বৰণ কৰে। যেনে-তেনে স্বাধীন অসম দেশৰ শেষ ধৰণী বুঢ়াগোহাঁই ডাঙৰীয়াৰ কৰ্মবহুল জীৱন এইদৰে শেষ হয়।

—০—

# গমধৰ কোঁৱৰ

স্বৰ্গদেৱ প্ৰতাপ সিংহৰ পোনপটীয়া বংশধৰৰ ফেনা কোঁৱৰৰ পুতেক গমধৰ কোঁৱৰ। দেখাই-শুনাই সাহে-পিতে গমধৰ সঁচাকৈয়ে ৰাজ-কোঁৱৰেই আছিল। ইয়াণ্ডাবুৰ সন্ধিত লোকৰ দিয়ন-থোৱনত, ইংৰাজে অসম ৰাজ্য পায়। মানৰ আক্ৰমণত জুৰুলা হৈ থকা প্ৰজাৰ ওপৰত, সেই সময়ৰ কমিছনাৰ ডেভিড স্কট চাহাবে অসমীয়া ৰাইজৰ ওপৰত পাঁচ লাখ টকা খাজানা লগালে। বগা বঙালে চেপি-খুন্দি যিমান পাৰে খাজানা আদায় কৰিলে। খাজানা দিওঁতে অসমীয়া প্ৰজাৰ পৰালি পৰিল। নামনি অসম ইংৰাজ ৰাজ্যত চামিল হ'ল। আগৰ কথামতে আহোম ৰজাৰ হাতত শোধাই দিব খোজা উজনি অসমো ঘূৰাই দিয়াৰ আশা নাইকিয়া হ'ল। এইবিলাক দেখি-শুনি সেই সময়ৰ স্বাধীন চিতীয়া লোকসকলৰ মাজত অসন্তোষে দেখা দিলে। তেওঁবিলাকে ইংৰাজক কৰ নিদিবলৈ প্ৰজাসকলক উচটাই দিলে। এইবিলাকৰ নেতৃত্ব কৰিলে ৰাজকোঁৱৰ গমধৰে। তেওঁ ইংৰাজক খেদাই আহোম ৰাজ্য পুনৰ স্থাপন কৰিবৰ নিমিত্তে এটি সুপৰিকল্পিত পন্থা গ্ৰহণ কৰিলে আৰু মৰিয়নীৰ হাবিৰ মাজত পতা কোঠকে মুখ্য কৰি সাতোটা কোঠ স্থাপন কৰিলে। এই আয়োজনৰ সৈতে গমধৰে এছোৱা দেশ ললে আৰু নিজকে ৰজা বুলি ঘোষণা কৰিবৰ নিমিত্তে পুৰণি ডা-ডাঙৰীয়াসকলৰ বংশধৰসকল আৰু আন আন নেতৃস্থানীয় লোকেৰে সৈতে পৰামৰ্শ কৰি, আহোম স্বৰ্গদেৱসকলে ৰাজপাটত উঠিলে যি নিয়ম পালন কৰে, সেই নিয়ম অনুসৰিয়েই তৰাওলী শিবিৰকে অস্থায়ী ৰাজধানী হিচাপে লৈ ৰাজপাটত উঠিল। ৰজা পাতি লৈ সকলোৱে ৰংপুৰ অধিকাৰ কৰিবলৈ থিৰ কৰিলে। মৰিয়নীৰ

ফালৰপৰা এটা দল ৰংপুৰৰ ফালে গ'ল আৰু উজনিৰ ফালৰপৰা এটা দল আহি ৰংপুৰতে গোট খাবলৈ ৰজা গমধৰে আদেশ দিলে। কিন্তু আয়োজন অনুসৰি কাৰ্য্যত আগবাঢ়িবলৈ নৌপাওঁতেই সকলো নষ্ট হ'ল। জনচেৰেক বিশ্বাসঘাটক মানুহে এই কথা ইংৰাজৰ কাণত পেলালে। ফলত এছিষ্টেণ্ট কমিছনাৰ নিউভিলে কৰ্ণেল ৰডাৰফৰ্ড আৰু গোলাপ সিং জামাদাৰৰ তলত এটা ফৌজ পঠাই দিলে। তৰাতলীত দুই দলৰ ভিতৰত এখন সৰু-সুৰা খণ্ড-যুদ্ধ হ'ল। ৰজাৰ মাকক ইংৰাজ সৈন্যই বেঢ়ি ধৰিলে, ভনীয়েক দুগৰাকী হাবিত সোমালগৈ। গমধৰ কোঁৱৰেও উপায়বিহীন হৈ পলাই গ'ল। কেপ্তেইন নিউভিলে গমধৰৰ মাকক পঠিয়াই তেওঁক ৰজা পাতিব বুলি ফুচুলাই মাতি আনি বন্দী কৰিলে। বন্দী অৱস্থাৰপৰা গমধৰ কেবাবাৰো পলাই যায় আৰু ধৰা পৰে। শেহত আমাৰ দেশী মানুহৰ দ্বাৰাই গঠিত পঞ্চায়ত এখন পাতি গমধৰৰ বিচাৰ কৰায়। এই ভুৱা পঞ্চায়তক "সাখী গোপাল" কৰি ইংৰাজে গমধৰক চৈধ্য বছৰলৈ কলীয়াপানীত মেলে।

—০—

# পিয়লি ফুকন

গমধৰ কোঁৱৰৰ দলত আটাইতকৈ চতুৰ লোক আছিল, হৰনাথ বৰগোহাঁই। এওঁ বিচাৰত নিৰ্দোষী হৈ সাৰি আহিল। অলপ দিন আলেখ-লেখ চাই, গমধৰৰ লগত বন্দী হোৱালোকসকলক মোকলাই আনি আকৌ ইংৰাজৰ লগত ফেৰ মাৰিবলৈ তেওঁ কাছি-পাৰি ওলাল। তেওঁ গমধৰৰ লগৰীয়াসকল আৰু আন আন বহুত স্বাধীন-চিতীয়া লোকক গোট খুৱাই ল'লে। এইবাৰৰ নেতা হ'ল পিয়লি ফুকন।

পিয়লি ফুকন মান অনা ফুকনৰ মাজু পুতেক। বাপেকে মান স্বৰূপ কালসৰ্প দেশত সোমোৱাই দেশ পৰাধীন কৰি ছাৰখাৰ কৰিলে যদিও পুতেক পিয়লি আৰু তেওঁৰ ভায়েক জন্মিয়ে দেশৰ স্বাধীনতাৰ কাৰণে সৰ্বস্ব ত্যাগ কৰিবলৈ সাজু হ'ল। গমধৰ কোঁৱৰৰ লগত কৰা চেষ্টা বিফল হ'লত পিয়লিয়ে হৰনাথ বৰগোহাঁইৰ সৈতে লগ লাগি তেওঁৰ দলত যোগ দি দলপতি হৈ পৰিল। পিয়লি ফুকনৰ ভৱি এটা চিচিৰা আৰু তেওঁ ওপজাৰ পৰা চাকোলা। তেওঁ সদায় আন-এজন মানুহৰ গাত ভৰ দি বা কান্ধত উঠিহে ফুৰিব পাৰিছিল। আগৰ দৰেই এইবাৰো অনেক স্বাধীনচিতীয়া অসমীয়াই দেশৰ কাৰণে শেষ বল দিবলৈ ওলাল। অকল ভৈয়ামৰ মানুহেই নহয়; পৰ্বতীয়া ভাইসকলকো এই কাৰ্যত যোগ দিবলৈ অহ্বান কৰা হ'ল। প্ৰসংগত বম চিংফৌৰ নাম বিশেষ উল্লেখযোগ্য। মাতৃভূমিৰ পৰা বিদেশীক বিতাৰিত কৰিবৰ কাৰণে বহল আঁচনি কৰা হ'ল। চৰাইদেওৰ দেওশালত দেওপূজা পাতিলে। জয়পুৰ, ধোপাবৰ, লাকুৱা আৰু গেলেকীত ছাউনী পাতি কাঁড়-কাঠী মাৰি আখৰা কৰিবলৈ ধৰিলে। গেলেকিত পিয়লি ফুকনৰ ঘাই ছাউনী আছিল। শদিয়াৰ খামতি ৰজাৰ ওচৰলৈ চিঠি লৈ যাওঁতে হৰনাথ বন্দী হয়। কিন্তু বন্দী অৱস্থাত থাকোঁতেই চিপাহী-চন্তৰীৰ চকুত ধুলি দি আকৌ নিজ দলত যোগ দিয়ে। ১৮৯০ খ্ৰীষ্টাব্দৰ ২৫ মাৰ্চ

তাৰিখে নগা পৰ্বতৰ নামনিৰ গেলেকীৰপৰা এই দলটোৱে ৰংপুৰ অভিমুখে যাত্ৰা কৰে। এওঁবিলাক খৰিকটীয়া আলিয়েদি আহি জয়সাগৰৰ পাৰত খাপ লৈ থাকিল আৰু জীউৰাম ডুলীয়া বৰুৱাই কাঁড়ৰ আগত আঙঠা ভৰাই ইংৰাজৰ থাৰ ঘৰটোলৈ মাৰি পঠিয়ালে। খেৰেৰে চোৱা খাৰ ঘৰত তৎক্ষণাত জুই লাগি পোহৰ হ'ল, আৰু ইংৰাজৰ চিপাহীয়ে খেদা মাৰি আহিল। আক্ৰমণকাৰী দলটো যেনিয়ে-তেনিয়ে লৰি পলাল। লোকৰ কান্ধত উঠি থকা পিয়লি ফুকন সাৰিব নোৱাৰিলে। বৃটিছৰ সৰ্জাঁতি হিন্দুস্থানী চিপাহী জানিম সিং, জয়নন্দন সিং আৰু প্ৰাগদত্ত চুবাদাৰে পলৰীয়াসকলক গেলেকীত ধৰিলেগৈ; তাৰ ভিতৰত জনচেৰেকহে সাৰিল।

পিয়লি ফুকনক সদলে ধৰি নি বন্দী কৰি থলেগৈ আৰু পিয়লিক বেলেগে নি কাপ্টান নিউভিলৰ আগত হাজিৰ কৰিলেগৈ। কাপ্টানে ফুকনক সুধিলে, "তুমি বিদ্ৰোহিতাচৰণ কিয় কৰিলা?" ফুকনে উত্তৰ দিলে, "মই দেশ উদ্ধাৰ কৰিবলৈ অহা সঁচা; পাৰিতপক্ষে কোনেও পৰাধীন হ'বলৈ ভাল নেপায়। আমি মৰিম বুলি ভয় কৰি তোমালোকক খেদিবলৈ অহা নাই।" ফুকনৰ বীৰোচিত বাক্য শুনি নিউভিল স্তব্ধ হৈছিল যদিও, তেওঁবিলাকৰ স্বাৰ্থত বাধা দিবলৈ ওলোৱা মানুহজনৰ প্ৰতিশোধ নোলোৱাকৈ নেৰিলে। সেই সময়ত জয়সাগৰৰ পাৰত সদৰ দেৱানী পঞ্চায়ত আছিল। বৃটিছৰ বিদ্ৰোহী হিচাপে তেওঁবিলাকক পঞ্চায়তৰ বিচাৰলৈ পঠিয়াই দিলে। পঞ্চায়তে বিচাৰ কৰি তেওঁবিলাকক ৰাজদ্ৰোহী বুলি ফাঁচীৰ ৰায় দিলে। ফাঁচীৰ ৰায়টো তেতিয়াৰ নিয়ম অনুসৰি চেৰাপুঞ্জীত থকা কমিছনাৰ স্কটলৈ পঠিয়াই দিলে। তাৰপৰা হুকুম লৈ আহোঁতেই নিউভিল চাহাবৰ পেটৰ বিষ হৈ মৃত্যু হ'ল। কমিছনাৰৰ হুকুম অহাত পলম হোৱাৰ কাৰণে জেমছ মেথি চাহাবৰ আদেশত পিয়লি ফুকন আৰু জীউৰাম ডুলীয়া বৰুৱাৰ ফাঁচী হ'ল।

# বম চিংফৌ

অসমৰ স্বাধীনতাৰ বেলি মাৰ যোৱাত অকল ভৈয়ামৰ মানুহৰেই যে গাৰ পোৱতি উঠিছিল, এনে নহয়। অসমৰ থিলঞ্জীয়া প্ৰহৰী স্বৰূপ পৰ্বতীয়া ভাইসকলেও কম দুখ পোৱা নাছিল। অসমৰ স্বাধীনতা আৰু পৰাধীনতাৰ দোমোজীয়া বুৰঞ্জীত এই বিষয়ে অনেক প্ৰমাণ পোৱা যায়। পৰ্বত আৰু ভৈয়ামৰ বাইজৰ মাজত, ককাই-ভাইৰ ভিতৰত খৰিয়াল লগাদি কেতিয়াবা খুটখাত লাগিলেও বিদেশীৰ তুলনাত তেওঁবিলাক যে আপোন, এই কথা ভালকৈ উপলব্ধি কৰিব পাৰিছিল।

দঁাতি-কাষৰীয়া আৰু পৰ্বতীয়া জাতিসকলে অতি সহজে ইংৰাজক ধৰঘৰত সোমাবলৈ দিয়া নাছিল। ইংৰাজে মানৰ হাতৰপৰা ৰংপুৰ অধিকাৰ কৰি চিংফৌসকলৰ বিৰুদ্ধে অভিযান চলালে। চিংফৌৰ দপ্পা গামক বুজাই-বঢ়াই ইংৰাজৰ মিত্ৰ কৰিলে; কিন্তু অন্যতম নায়ক বিচাগামে ইংৰাজৰ লগত মিত্ৰতা কৰিবলৈ মান্তি নহ'ল। অনেকখিনি ঘটনাৰ পাছত আৰু ইংৰাজৰ চেষ্টাতহে ১৮২৬ খ্ৰীষ্টাব্দত দিখৌমুখত ডেৰিড স্কট চাহাবৰ লগত চিংফৌৰ গামসকলে সন্ধি কৰে। কিন্তু স্বাধীনচিতীয়া লোকসকলৰ ভিতৰত এই মিত্ৰতা মানি নোলোৱা লোক অনেক ওলাল। তাৰ ভিতৰত বম চিংফৌৰ নাম প্ৰসিদ্ধ। যিসকল অসমীয়া লোক ইংৰাজৰ প্ৰতিপত্তিত কোনোমতে মান্তি হ'ব নোৱাৰিছিল, তেওঁবিলাকে মৰিও মৰ কামোৰ নেৰাৰ দৰে ইংৰাজ খেদোৱা উপায় বিচাৰিয়েই থাকিল। গমধৰ কোঁৱৰ, হৰনাথ গোহাঁই আদিয়ে চিংফৌ, মটক, খামতি আদি লোক গোটাই ইংৰাজৰ অসম প্ৰবেশ বাধা দিবলৈ ধৰিলে। এইসকলৰ ভিতৰত বম চিংফৌৱে জাঁচীৰপৰা কিছুমান মানুহ ধৰি নিয়ে। তেওঁ আক্ৰমণকাৰী

চিংফৌসকলৰ গুৰিয়াল হৈছিল । তেওঁৰেই ইংৰাজ খেদাবলৈ ওলোৱা সকলক অস্ত্ৰ-শস্ত্ৰ সকলো যোগাৰ দিম বুলি অভয় দিয়াত, অসমৰ স্বাধীনতা ৰক্ষা কৰিবলৈ ওলোৱাসকল পুনৰ দুগুণ উৎসাহেৰে আগবাঢ়ি আহিল ।

এই দলটোত দাঁতি-কাষৰীয়া পৰ্বতীয়া আৰু অসমীয়া অনেক লোক আছিল । গমধৰ কোঁৱৰ আৰু হৰনাথ গোহাঞে এই অভিযানৰ সকলো আয়োজন কৰিছিল । তেওঁবিলাকে ঢোপাবৰ আৰু জয়পুৰৰ সাপজান পৰ্বতৰ তৰাতলীত যুদ্ধৰ আখৰা কৰিলে আৰু তাৰ পৰাই শদিয়াত থকা ইংৰাজৰ খাৰঘৰত জুই দিলেগৈ । কিন্তু শদিয়াৰ ঘৰ পোৰোঁতেই লেফটেনাণ্ট ৰডাবৰ্ফ চাহাবে গমধৰ কোঁৱৰৰ তাবিলত থকা মানুহবিলাকক ছেদেলি-ভেদেলি কৰি পেলালে । গমধৰ কোঁৱৰো ধৰা পৰিল । বাকী লোকসকল দাঁতি-কাষৰীয়া ঠাইলৈ পলাই গৈ আকৌ যুদ্ধৰ কাৰণে সাজু হ'ল । ইয়াৰ ফলস্বৰূপে ৰংপুৰৰ খাৰ ঘৰত জুই দিওঁতে পিয়লি ফুকন, হৰনাথ ফুকন, বম চিংফৌ আদি ধৰা পৰিল । এইসকলৰ বিচাৰ আৰু শেষ পৰিণতিৰ কথা আগতে কোৱা হৈছে । বম চিংফৌকে আদি কৰি ভালেখিনিক ফাটেকত আৱদ্ধ কৰি ৰাখিলে । এই অভিযানৰ অন্যতম গুৰিয়াল চিংফৌৰ ৰাকিম কুং মিনৰ নামো উল্লেখযোগ্য ।

—০—

# মণিৰাম দেৱান আৰু পিয়লি বৰুৱা

পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৃত্যুৰ পিছত অসম দেশৰ দুৰ্দিন আহিল । অসমৰ সিংহাসনত আহোম ৰজা নামতহে থাকিল । মানে গোটেই ৰাজ্য দখল কৰি নানা ৰকমৰ অত্যাচাৰ কৰিবলৈ ধৰিলে । শেষত মানেই ইংৰাজক এক ৰকম মাতি আনিলে । অসমত অত্যাচাৰ কৰি হৈঁপাহ নপলোৱাত মানে ইংৰাজৰ ৰাজ্যত হাত দিলেগৈ । তাতে ইংৰাজে মানক অসম দেশৰপৰা খেদি দিয়ে আৰু ১৮২৬ খ্ৰীষ্টাব্দত এই দেশ নিজে লয় ।

অসমৰ লোকসকলে দেশখন একেবাৰে বিদেশীৰ হাতত দিয়াটো ভাল নেপালে । সেই দেখি অনেকেই অসম দেশক আগৰ দৰে স্বাধীন কৰিবলৈ চেষ্টা কৰিলে । মনিৰাম এইসকলৰ ভিতৰত এজন । তেওঁ অসম ৰাজ্যত আকৌ আহোম ৰাজত্ব সুচাৰুৰূপে পাতিবলৈ বৰ যত্ন কৰিছিল । সেই উদ্দেশ্যেই অসমৰ পৰা মানক খেদাবলৈ তেওঁ ইংৰাজক বিশেষৰূপে সহায় কৰিছিল । মানে ভাঙি থৈ যোৱা দেশখন বাতোঁতে ইংৰাজৰ বৰ বিশ্বাসী বন্ধু হিচাপে তেওঁ সহায় কৰিছিল । অসমৰ শেষ ৰজা পুৰন্দৰ সিংহয়ো তেওঁক বৰভাণ্ডাৰ বৰুৱা পাতিছিল ।

১৮০৬ খ্ৰীষ্টাব্দত শিৱসাগৰ জিলাৰ চাৰিঙত মনিৰামৰ জন্ম হয় । তেওঁৰ পিতৃ ৰামদত্ত আৰু মাক কৌশল্যা । সৰুৰেপৰাই মনিৰাম বৰ তজবজীয়া ল'ৰা আছিল আৰু তেওঁ যে অসমৰ বুৰঞ্জীৰ এজন প্ৰখ্যাত লোক হৈ চিৰকাল মানুহৰ মনত থাকিব, তাৰ প্ৰমাণ তেওঁ সৰুৰেপৰা দিছিল ।

এওঁৰ বিশেষ সহায়ত ইংৰাজে অসমৰপৰা মানক খেদোৱাকে আদি কৰি সকলো আৱশ্যকীয় কাম সমাধা কৰিলে যদিও, পিছলৈ তেওঁবিলাকে এওঁক ভয় কৰা হ'ল, আৰু তেওঁক প্ৰায়েই অৱজ্ঞা কৰিবলৈ ধৰিলে । পুৰন্দৰ সিংহক ৰজা ভাঙি ইংৰাজে উজনি অসম

নিজে শাসন কৰিবলৈ থিৰ কৰাত মণিৰাম কলিকতালৈ গৈ বৰলাট লৰ্ড অকলেণ্ডক দেখা কৰিলে। তেওঁ ক'লে যে, পুৰন্দৰ সিংহ নহ'লেও ইংৰাজৰ মনোমত যেই-সেই এজন ৰাজকোঁৱৰকে অসমৰ ৰাজপাটত ৰখা উচিত। বৰলাটে তেওঁৰ সেই অনুৰোধ নাৰাখিলে আৰু তেওঁক এটা ডাঙৰ বিষয় দিয়াৰ লোভ দেখুৱালে। মণিৰাম এই কথাত মান্তি নহৈ গুচি আহিল। তেতিয়াৰপৰাই ইংৰাজে তেওঁক মুখেৰে সন্মান দেখুৱাইছিল যদিও পেটেৰে বেয়া পোৱা হৈছিল।

সেই সময়ত ইংৰাজে অসমত আসাম কোম্পানী নাম দি চাহ বাগিচা খুলিছিল। বৰলাটে মণিৰামক এই কোম্পানীৰ দেৱানৰ বাব ল'বলৈ অনুৰোধ কৰাত দেৱানে সেইবাব নলৈ নোৱাৰিলে; কিন্তু অলপ দিনৰ পিছতে বাগিচাৰ চাহাবৰ লগত মনান্তৰ ঘটি তেওঁ কাম ইস্তফা দিলে। ইয়াৰ পিছত তেওঁ নিজেই চেনিমৰা আৰু চেংলুং নামৰ দুখন চাহ বাগিচা পাতিলে।

১৮৫৭ খ্ৰীষ্টাব্দত মণিৰাম দেৱান আকৌ কলিকতালৈ গৈ পুৰন্দৰ সিংহৰ উপযুক্ত কম বয়সীয়া নাতিয়েক কন্দৰ্পেশ্বৰ সিংহক অসম ৰাজ্য ঘূৰাই দিবলৈ খাটিলে। বৰলাটে এইবাৰো তেওঁক নিৰাশ কৰিলে। ১৮৫৭ খ্ৰীষ্টাব্দ ভাৰত বুৰঞ্জীত বিখ্যাত বছৰ। এই বছৰতে বৃটিছক ভাৰতৰ পৰা খেদি পঠাবলৈ গোটেই ভাৰতবৰ্ষ জিকাৰ খাই উঠে। বিশেষকৈ ইংৰাজৰ দেশী চিপাহীসকলে ইয়াত আগভাগ লোৱাত বিদেশী লেখকে এই উদ্যোগক চিপাহী বিদ্ৰোহ বোলে। কিন্তু আচলতে এই জাগৰণ ভাৰতৰ প্ৰথম স্বাধীনতাৰ যুদ্ধতহে। যি নহওক, এই সময়ত মণিৰামে স্বাধীনতা যুদ্ধৰ বাতৰি কলিকতাৰপৰা কন্দৰ্পেশ্বৰ সিংহ আৰু তেওঁৰ সহচৰ পিয়লি বৰুৱালৈ গোপনভাৱে পঠাইছিল। চিঠি অনা হিন্দুস্থানী গুজৰাটী কটকীয়ে চিঠিখন ভুলকৈ অসমীয়া পুলিচ বিষয়া এজনৰ হাতত দিলে। বিষয়াজনে দেশ আৰু জাতিতকৈ নিজৰ ক্ষমতা আৰু স্বাৰ্থৰ নিমিত্তে চিঠিখন পঢ়ি চাই, সেই সময়ৰ শিৱসাগৰ জিলাৰ ডেপুটি কমিছনাৰ হলকইড্‌ চাহাবৰ হাতত দি দিলে। চিঠি পায়েই



হঠাৎ চাহাবে ঘৰ বেৰা দি কন্দৰ্পেশ্বৰ সিংহ আৰু পিয়লি বৰুৱাক বন্দী কৰিলে। তাৰ লগতে তেওঁলোকৰ বহুতো লগৰীয়াকো ধৰি আনিলে। মণিৰাম দেৱানক কলিকতাতে বন্দী কৰি কিছুদিনৰ পিছত অসমলৈ পঠিয়াই দিলে। হলকইড চাহাবে বিচাৰৰ নাম কৰি মণিৰাম দেৱান আৰু পিয়লি বৰুৱাক ফাঁচীৰ হুকুম দিলে। এওঁবিলাকৰ বাহিৰেও অনেক গণ্য-মান্য লোকক দোষী সাব্যস্ত কৰি ফাটেক, দ্বীপান্তৰ আদি শাস্তি বিহিলে। এইদৰে বন্দী কৰি বিচাৰলৈ অনা লোকসকলৰ ভিতৰত মায়াৰাম গাৰ্জিৰ, নীলকণ্ঠ চোলাধৰা ফুকন, কমলা চাবিডীয়া বৰুৱা, লুক শেনচোৱা বৰুৱা, মৰঙিখোৱা গোহাঁই, ছুতিৰাম বৰুৱা চিৰাস্তাদাৰ আদি প্ৰধান আৰু এওঁবিলাকৰ সকলোকে চৈধ্য বছৰকৈ কলিয়াপানীৰ হুকুম দিয়ে। সেই সময়ৰ অসমত থকা মুছলমান প্ৰজাসকল কিমান ৰাজভক্ত আছিল তাক তেওঁবিলাকে স্বৰ্গদেৱসকলৰ সিংহাসন ৰক্ষা কৰিবলৈ কৰা চেষ্টা আৰু ত্যাগৰ পৰা সুন্দৰকৈ বুজিব পাৰি। অসমৰ স্বাধীনতা ৰক্ষা কৰিবলৈ গৈ বিপদ চপাই লোৱা ত্যাগী মুছলমান নেতা ফৰ্মুদ আলি আৰু বাহাদুৰ গাঁওবুঢ়াৰ নাম দেশভক্ত অসমীয়াই কেতিয়াও পাহৰিব নোৱাৰে।

মণিৰাম দেৱানে দেশৰ মান-মৰ্যাদা ৰক্ষা কৰা কাৰ্যত বিশেষ সহায় কৰা ডেকা তেজৰ অসমীয়া পিয়লি বৰুৱাৰ নাম সদায়েই দেৱানৰ নামৰ লগতে থাকিব লাগিব। তেওঁক বাদ দিলে দেৱানৰ জীৱনী সম্পূৰ্ণ নহয়। এই সজ বংশজাত ডেকা ডাঙৰীয়াজন আছিল কন্দৰ্পেশ্বৰ সিংহৰ পৰামৰ্শদাতা। এওঁ বিদেশীৰ হাতৰপৰা ৰাজ্য উদ্ধাৰ কৰা কাৰ্যত আপ্ৰাণ চেষ্টা কৰি প্ৰাণ পৰ্যন্ত হেৰুৱাবলগীয়া হ'ল। মণিৰামদেৱানে এওঁৰ দেশাত্মবোধ আৰু স্বাধীনতাৰ স্পৃহা বেছকৈ উপলব্ধি কৰিছিল; সেইহে অতি আৱশ্যকীয় চিঠিখন কলিকতাৰপৰা তেওঁলৈ পঠিয়াইছিল।

দেশ আৰু জাতিৰ দুৰ্ভাগ্য হ'লে, নিজৰ মানুহেই অনিষ্ট কৰে। মণিৰাম দেৱান আৰু পিয়লি বৰুৱাকো নিজৰ মানুহেই ধৰাই দিলে।

ইংৰাজে তেওঁবিলাকক "হত্যা" কৰিবলৈ বিচাৰি ফুৰা সকলোবিলাক চেলু নিজৰ মানুহেই গোটাই দিলে। আনকি তেওঁবিলাকৰ ফাঁচীৰ হুকুম বদ কৰি পঠোৱা আদেশো নিজৰ মানুহেই লুকাই থৈ ফাঁচী হৈ যোৱাৰ পিছত সেই আদেশ উলিওৱা হ'ল বুলি অনেকে কয়।

ভাৰতৰ দুৰ্ভাগ্য আৰু সৌভাগ্যৰ দুৱাৰ দলিত ১৮৫৮ খ্ৰীষ্টাব্দত এই দুজন লোকৰ ফাঁচী হ'ল। প্ৰথম স্বাধীনতাৰ যুদ্ধখন বিশেষকৈ নিজৰ মানুহৰ দোষতেই নষ্ট হোৱাটো দুৰ্ভাগ্যৰ বিষয় আৰু স্বাধীনতা-প্ৰিয় লোকসকলৰ ত্যাগৰ নিদৰ্শনত উমাই উমাই উত্তেজিত হৈ থকা ভাৰতবাসীয়ে এক শতিকাৰ ভিতৰতে স্বাধীনতা লাভ কৰা সৌভাগ্যৰ কথা।

—০—

# সেনাপতি টিকেন্দ্ৰজিৎ

মণিপুৰ ৰাজ্যৰ নাম আমি মহাভাৰতত পাওঁ। পাণ্ডৱৰ বংশধৰ বুলি মণিপুৰীয়াসকলে নিজক ক্ষত্ৰিয় বুলি কয়। তেওঁবিলাক বৈষ্ণৱ পন্থৰ হিন্দু। তেওঁবিলাকে কোৱা মতে ক্ষত্ৰিয় বংশৰ হিন্দু ৰজাই অনেককাল মণিপুৰত ৰাজত্ব কৰে। মণিপুৰীয়া ৰজাই ব্ৰহ্মদেশ আক্ৰমণ কৰি অনেক দাঁতিঅলীয়া ঠাই নিজ ৰাজ্যত সুমাই লয়।

১৭৬৫ খ্ৰীষ্টাব্দত জয়সিং মণিপুৰৰ ৰজা হয়। তেওঁ ৰজা হৈয়েই বৃটিছ গৱৰ্ণমেণ্টৰ লগত সন্ধি স্থাপন কৰে। মণিপুৰৰ ৰজাসকলে প্ৰায়েই আহোম ৰজাসকলৰ লগত মিত্ৰ ভাৱেই আছিল। এই দুই ৰাজ্যৰ ৰজাই আৱশ্যক অনুসৰি পৰস্পৰে সহায় কৰাৰ কথা বুৰঞ্জীয়ে কয়। খ্ৰীঃ ১৮৮৯ চনত যেতিয়া জে. ডি. কুইণ্টন অসমৰ চিফ কমিছনাৰ হৈ আহে, সেই সময়ত মণিপুৰৰ ৰজা আছিল সুৰচন্দ্ৰ সিংহ। তেওঁৰ প্ৰথম ভায়েক কুলচন্দ্ৰক যুৱৰাজ আৰু তৃতীয় ভায়েক টিকেন্দ্ৰজিতক ঘাই সেনাপতি পাতে।

টিকেন্দ্ৰজিৎ মণিপুৰী ৰাজবংশৰ এজন বিচক্ষণ পুৰুষ। তেওঁ মণিপুৰত ইংৰাজৰ হস্তক্ষেপ সহিব নোৱাৰিছিল। সেই সময়ত টিকেন্দ্ৰজিতৰ নিচিনা বাহুবলী লোক ভাৰততেই নাছিল বুলি অনেকে কয়। সুৰচন্দ্ৰৰ ৰাজত্বৰ তিনি বছৰ মান হওঁতেই, তেওঁবিলাকৰ ভিতৰত ভ্ৰাতৃ-বিৰোধ হয়। এই বিৰোধ ক্ৰমে ভয়ংকৰ বিদ্ৰোহত পৰিণত হয়। এই বিদ্ৰোহ দমাই মণিপুৰত শান্তি স্থাপন কৰিবলৈ যাওঁতে মণিপুৰৰ পলিটিকেল এজেণ্ট মিষ্টাৰ গ্ৰিমউড আৰু অসমৰ চিফ কমিছনাৰ কুইণ্টন প্ৰমুখ্যে পাঁচজন ইংৰাজক টিকেন্দ্ৰজিতে ছলেৰে বধ কৰে। এই বাতৰি পোৱা মাত্ৰেই ইংৰাজ সৈন্য গৈ মণিপুৰ দখল কৰে আৰু বিদ্ৰোহী

মণিপুৰীয়াসকলক বন্দী কৰে । এওঁবিলাকৰ যথাসময়ত বিচাৰ হয় আৰু বিচাৰৰ ৰায় অনুসৰি ৰজা সুৰচন্দ্ৰক দেশান্তৰ কৰে, যুৱৰাজ কুলচন্দ্ৰক কলীয়াপানীত মেলে, সেনাপতি টিকেন্দ্ৰজিৎ আৰু থাংগান জেনেৰেলক ১৮১৯ খ্ৰীষ্টাব্দৰ ১৩ আগষ্ট, বৃহস্পতিবাৰে ফাঁচী দিয়ে। সুৰচন্দ্ৰ সিংহ আৰু তেওঁৰ ভায়েকসকলৰ ভিতৰত ঘোৰ মনোমালিন্য চলি থকাত ইংৰাজ গৱৰ্ণমেণ্টে সেই ঠালৰ কাকো ৰাজ্য দিয়া উচিত নহয় বুলি ভাবিলে আৰু ৰাজবংশৰ আন এটা ঠালৰ চুড়াচন্দ্ৰ সিংহ নামৰ পাঁচ বছৰীয়া ল'ৰা এটিক ১৮৯১ খ্ৰীষ্টাব্দত মণিপুৰৰ ৰজা পাতে।



# বীৰ টীকট সিং

খাচীয়াসকল স্বাধীন জাতি আছিল। অসমৰ লগত তেওঁবিলাকৰ আগৰেপৰাই সম্বন্ধ আছিল। খাচীয়াসকল পৰ্বতৰপৰা নামি আহি কামৰূপৰ অসমীয়া মানুহৰ লগত বেহা-বেপাৰ কৰিছিল। তেওঁবিলাকে অসমীয়া মানুহৰ লগত মিলি-জুলি, অসমীয়া ভাষা শিকি অসমৰ এটা বেলেগ জাতি হিচাপে স্বাধীনভাৱে আছিল।

জয়ন্তীয়া ৰজাৰ বংশধৰ এজন, অসমৰ স্বাধীনতা বেলি মাৰ যোৱাৰ সময়ত খাচীয়াসকলৰ ৰজা আছিল। এওঁৰ নামেই বীৰ টীকট সিং। ডেভিড স্কট চাহাবে অসম আৰু কাছাৰৰপৰা মানবিলাকক খেদাবলৈ আহি টীকট সিঙৰ লৈতে মিত্ৰতা কৰে। টীকট সিঙে অতি সবল ভাৱেৰেই ডেভিড স্কট চাহাবক আশ্ৰয় দিলে আৰু তেওঁক সহায় কৰিবলৈ গাত ললে।

ডেভিড স্কটে অসম আৰু শ্ৰীহট্টৰ ভিতৰত অহা-যোৱা কৰিবৰ নিমিত্তে এটা আলি বন্ধাবলৈ টীকট সিঙৰ পৰা অনুমতি ল'লে। টীকট সিঙে অনুমতি দিলে যদিও পিছত ইংৰাজৰ গতি-গোত্ৰত তেওঁ সন্দেহ কৰিবলগীয়া হ'ল। অলপ দিনৰ ভিতৰতে ইংৰাজ ফৌজ আহি খাচীয়া ৰাজ্যত চাউনী পাতিলেহি। টীকট সিঙে লাহে লাহে বুজি পালে যে, ইংৰাজে তেওঁবিলাকৰ দেশত থিতাপি ল'বলৈহে যত্ন কৰিছে। এই কথা বুজি ৰজাই ইংৰাজক আলি বন্ধাবলৈ বাধা দিলে। খাচীয়াসকলে ইংৰাজলোক জনচেৰেকক বন্দী কৰিলে আৰু জনচেৰেকক বধ কৰিলে। ডেভিড স্কট চাহাব পলাই আহি গুৱাহাটী পালেহি। ইয়াৰ পিছত ইংৰাজ আৰু খাচীয়াসকলৰ ভিতৰত কেবাঠাইতো সৰু-সুৰা যুদ্ধ হ'ল। টীকট সিঙে খাচীয়াসকলক উচটাই ইংৰাজৰ বিৰুদ্ধে যুদ্ধ কৰি,

তেওঁবিলাকক দেশৰপৰা খেদাই দিবলৈ আহ্বান কৰিলে। কিন্তু ক্ৰমে শক্তিশালী হৈ অহা ইংৰাজক তেওঁ বাধা দিব নোৱাৰিলে। অন্তত, তেওঁ ইংৰাজৰ হাতত বন্দী হ'ল। ইংৰাজে তেওঁক বন্দী কৰি আনি কলপ দিন গুৱাহাটীত ৰাখি পিছত ঢাকাৰ বন্দীশাললৈ পঠাই দিলে। তাতে তেওঁৰ মৃত্যু হ'ল।

অসম বা অসমৰ অংশ-বিশেষ বিদেশীৰ হাতৰপৰা ৰক্ষা কৰিবলৈ যিসকলে আপ্ৰাণ চেষ্টা কৰিছিল, তাৰ ভিতৰত বীৰ টীকট সিঙো এজন।

—•—

# মানিকচন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱা

অসম ৰাজ্যৰ ভিতৰুৱা বিপ্লৱ, মানৰ আক্ৰমণ আৰু ইংৰাজৰ দেশ দখলৰ পিছতে, ছশ বছৰে স্বাধীন হৈ থকা ৰাজ্যখনৰ পৰাধীনতা সহজে সহিব নোৱাৰি অনেক দেশহিতৈষী পুৰুষে প্ৰাণ পৰ্যন্ত ত্যাগ কৰিব-লগীয়া হ'ল। তাৰ পিছতে আকৌ এদল দেশহিতৈষী লোক ক্ৰমে আগবাঢ়ি আহিল। তেওঁবিলাকে অন্য উপায়ৰদ্বাৰা লাভবান হোৱা আশাকৰি শোকোটাকে মুকুতা বুলি, ইংৰাজৰ গাতে আউজি অসম দেশৰ উন্নতিৰ চেষ্টাত লাগি গ'ল। দেৱান আদিৰ ফাঁচীৰ পিছত অৱসাদ আৰু নিতাল মৰা যুগ এটা পাৰ হৈ যোৱা স্বাভাৱিক। কংগ্ৰেছৰ আগত দেশৰ নানা উন্নতিৰ কাৰণে ৰজা ঘৰৰপৰা সুবিধা আদায় কৰিবলৈ আনুষ্ঠানিক আৰু ব্যক্তিগত চেষ্টাৰ গুৰিয়াল জগন্নাথ বৰুৱা আৰু মানিকচন্দ্ৰ বৰুৱা একে বছৰতে ১৮৫১ খ্ৰীষ্টাব্দত জন্ম গ্ৰহণ কৰে। জগন্নাথ বৰুৱাৰ পিতাক যোৰহাটৰ ৺হেমধৰ শৰ্মা বৰুৱা। তেখেত এজন ইংৰাজ চৰকাৰ সম্মানিত বিষয়া আৰু সংস্কৃত পণ্ডিত আছিল। মানিকচন্দ্ৰ বৰুৱা নগাঁৱৰ কণাল বৰুৱাৰ বংশৰ পুৰণিগুদাম অঞ্চলৰ লোক। তেওঁৰ বৰ ককায়েক দেৱনাথ বৰুৱা সেই অঞ্চলৰে এজন প্ৰতাপী লোক। মাজু ককায়েক ফটিকচন্দ্ৰ এজন সুদক্ষ মুক্তিপ আছিল। মানিক আৰু জগন্নাথ দুয়ো এণ্ট্ৰেন্স পাছ কৰি কলিকতাত একেলগে পঢ়ে। দুয়োজনেই সেই সময়ত বি. এ. পাছ কৰে। উজনি অসমত পোন প্ৰথমে বি. এ. পাছ কৰাত জগন্নাথ বৰুৱাক বি. এ. জগন্নাথ বোলে। কলিকতাত থাকোঁতে দুয়ো দেশপ্ৰেমিক কৃষ্ণদাস পালৰ ওচৰলৈ গৈ, দেশসেৱা ব্ৰতত দীক্ষা লয়। তেওঁবিলাক দুয়ো গোট খাই কৃষ্ণদাস পালৰ সহায়ত অসমৰ বিবিধ উন্নতি সূচাই সেই সময়ৰ ভাৰতৰ বৰলাট লৰ্ড নৰ্থব্ৰুকক অভিনন্দন-পত্ৰ দিয়ে। পঢ়া শেষ কৰি অহাত দুইকো চৰকাৰে হাকিমৰ কাম যাচে; কিন্তু দুয়ো চাকৰি গ্ৰহণ নকৰি স্বাধীন

ব্যৱসায়ত ধৰে। জগন্নাথ বৰুৱাই চাহৰ কাৰবাৰত যোগ দিয়ে। অসম মাতৃৰ অন্যতম তিলক স্বৰূপ আনন্দৰাম ঢেকিয়াল ফুকনৰ পুতেক অন্নদাৰাম ঢেকিয়াল ফুকনেও এই কাৰবাৰত যোগ দিয়ে। বছৰ চেৰেকৰ পাছতে মানিক বৰুৱা কাঠৰ কাৰবাৰত লাগে। কিন্তু দুৰ্ভাগ্যবশতঃ দৈৱদুৰ্বিপাকত তেওঁৰ কাৰবাৰ একৰকম নষ্ট হ'ল। সেই সময়ৰ নামজলা সদাগৰ, তেওঁৰ আত্মীয় ভোলানাথ বৰুৱাৰ সাহায্যত কোনোমতে বিপদ খণ্ডিল। তেওঁৰ সৰু বাগিছা এডুখৰি আছিল আৰু মাজে মাজে ভোলানাথ বৰুৱা আৰু জগন্নাথ বৰুৱাৰ পৰা তেওঁ সহায় পাইছিল।

জগন্নাথ বৰুৱাই পোতে সৰু চাহ বাগিছা এখনি আৰম্ভ কৰি ক্ৰমে প্ৰকাণ্ড চাহ বাগিছাৰ মালিক হৈ পৰিল। তেৰেঁই ওজনি অসমৰ অৱস্থাপন্ন লোকসকলৰ চাহ বাগিছা খোলাৰ আদৰ্শ হৈ পৰিল।

এই দেশপ্ৰেমিক বৰুৱা দুজনে দেশৰ ভালৰ নিমিত্তে সদায় আলোচনা কৰিছিল আৰু সৰ্বসাধাৰণৰ অৰ্থে মাতিবলগীয়া হ'লেই দুয়ো আগভাগ লৈছিল। মানিক-জগন্নাথৰ যত্নত, আগেয়ে অসমত নথকা, সৰ্বসাধাৰণৰ মত প্ৰকাশৰ ব্যৱস্থা অসমত সৃষ্টি হয়। এওঁবিলাকেই গুৰি ধৰি অসমীয়া প্ৰজাক নিজৰ অভাৱ-অভিযোগ দুখ-দুৰ্গতিৰ কথা ৰজাৰ ঘৰত জনাবলৈ প্ৰয়াস পায়। জগন্নাথ বৰুৱা যোৰহাটৰ সৰ্বজানিক সভাৰ প্ৰতিষ্ঠাতা আৰু গুৰিয়াল। মানিকচন্দ্ৰ বৰুৱা অসম এছোচিয়েচনৰ জন্মদাতা আৰু প্ৰতিপালক আছিল। ৰজা ঘৰত এই দুখন সভাৰে মতামত বৰ মূল্যবান বুলি ভাবিছিল। মানিক বৰুৱাই এই সভাৰ আলমত চৰকাৰলৈ আবেদন-নিবেদন কৰি দেশৰ অনেক অভাৱ দূৰ কৰিছিল। গুৱাহাটীৰ কটন কলেজ, আৰ্ল ল কলেজ, কাৰ্জন হল (এতিয়া নবীন বৰদলৈ হল) আদি এই সভাৰ যোগে কৰা আন্দোলনৰে ফল বুলি কব পাৰি। মানিক বৰুৱা অসমৰ ব্যৱস্থাপক সভাৰ কাৰণে কৰা আন্দোলনৰো গুৰিয়াল আছিল। শেষ ছোৱাত তেওঁৰ শৰীৰ ৰুগীয়া হৈছিল যদিও সেই শৰীৰেৰেই ৰাজহুৱা কাৰ্যৰ



গুৰি ধৰি আছিল। মানিক বৰুৱা অসমীয়াৰ ভিতৰত সৰ্বপ্ৰথম লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটিৰ সভ্য আৰু চেয়াৰমেন। তেওঁ অনাৰেৰি মেজিষ্ট্ৰেট আছিল আৰু "আসাম নিউজ" আৰু "আসাম" কাকতৰ পৃষ্ঠপোষক আছিল। ব্যৱস্থাপক সভাৰো তেওঁ প্ৰথম সভ্য।

জগন্নাথ বৰুৱা ৰাজহুৱা উন্নতিশীল সকলো দেশহিতকৰ কামতে মানিক বৰুৱাৰ লগৰীয়া আছিল। তেওঁ জাতি-ধৰ্ম-নিৰ্বিশেষে সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। তেওঁ এজন সুবক্তা আছিল। ইংৰাজী বক্তৃতাত তেওঁ বহুত ইংৰাজ বক্তাকো চেৰ পেলাইছিল। উজনি আৰু নামনিত থাকি এই দুজন পুৰুষে এটা যুগ অসম আৰু অসমীয়াৰ গুৰি ধৰি আছিল। তেওঁবিলাকৰ লগতে খোজমিলাই ভালেখিনি অসমীয়া দেশহিতৈষী লোকে দেশ-সেৱাত আগবাঢ়ি গৈছিল। ইয়াৰ ভিতৰৰে অনেকেই অসমত কংগ্ৰেছৰো গুৰিয়াল হৈছিল। জগন্নাথ বৰুৱাৰ ১৯০৭ খ্ৰীষ্টাব্দত আৰু মানিক বৰুৱাৰ ১৯১৫ খ্ৰীষ্টাব্দত পৰলোক হয়।



# দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা

অসহযোগ আন্দোলনৰ আৰম্ভণীতে চন্দ্ৰনাথ শৰ্মাই ওকালতি এৰি মহাত্মাৰ বাণী প্ৰচাৰ কৰি গোটেই দেশতে ঘূৰি ফুৰিছিল। সৰু-কালৰেপৰা এটি কৰ্মময় জীৱন অতিবাহিত কৰি মৃত্যু পৰ্যন্ত কৰ্মী-ৰূপে থাকি চন্দ্ৰনাথে অসমীয়া জাতিক স্বাধীনতা যুদ্ধৰ কাৰণে সাজু কৰাত যথেষ্ট কাম কৰি গ'ল। তেওঁ সৰুকালৰপৰা সজ স্বভাৱৰ এজন ভাল ছাত্ৰ আছিল। পৰিয়ালৰ বিশেষ সংস্থানৰ অভাৱত, শিক্ষাত কেবাবাৰো বাধা পাইছিল যদিও শেষত যোগ্যতাৰে বি. এ. আৰু আইন পৰীক্ষাত উত্তীৰ্ণ হৈ স্বাধীনভাৱে ওকালতি ব্যৱসায়ত লাগিব পাৰিছিল। তেওঁ সাহিত্যিক হিচাপে সময়োপযোগী আৰু আৱশ্যকীয় অনেক প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিল আৰু "চেতনা" নামৰ আলোচনীৰ কিছুদিন যুটীয়াভাৱে সম্পাদনা কৰিছিল। তেওঁ কেবাটাও দায়িত্বশীল অনুষ্ঠানৰ গুৰি ধৰিছিল আৰু ছাত্ৰজীৱনৰ পৰাই সভা-সমিতি আদি চলোৱাত পাৰ্গত হৈ উঠিছিল। বি. এ. পাছ কৰি আইন পঢ়ি থাকোঁতে তেওঁ সোণাৰাম হাইস্কুলত সহকাৰী শিক্ষকৰ কাম গ্ৰহণ কৰে। "অসম ছাত্ৰ সন্মিলন" আৰু "অসম সাহিত্য সভা"ৰ প্ৰথম গুৰি দিওঁতাও চন্দ্ৰনাথ শৰ্মা।

তেজপুৰৰ ওচৰৰ বিহগুৰি নামৰ ঠাইত ১৮৮৯ খ্ৰীষ্টাব্দত চন্দ্ৰনাথৰ জন্ম হয়। পিতাদেৱেক দণ্ডিনাথ শৰ্মা মধ্যবিত্ত ব্ৰাহ্মণ পৰিয়ালৰ লোক আছিল। সময়ে সময়ে সংসাৰ চলোৱাত তেওঁ অশেষ কষ্টও পাইছিল। এনে চিন্তা আৰু কষ্টতেই তেওঁৰ মৃত্যু হয়। চন্দ্ৰনাথৰ ছজন ককাই-ভাইৰ ভিতৰত তেওঁ আছিল চতুৰ্থ। এই ছজনৰ শিক্ষা-দীক্ষাৰ ভাৰ লোৱাৰ উপৰিও চন্দ্ৰনাথে এখন বৃহৎ সংসাৰ চলাব-



লগাত পৰিছিল। চন্দ্ৰনাথ শৰ্মাই শিক্ষকতা কৰি আৰু তাৰ পিছত ওকালতি কৰি নিজে নিজেই সকলো কৰি ল'ব লাগিছিল।

চন্দ্ৰনাথ শৰ্মাৰ আৰম্ভৰ পৰাই ওকালতিত নাম আছিল; কিন্তু নানা কামৰ মাজত ব্যৱসায় চলাবলগীয়া হোৱাত বিশেষ চকুত লগাকৈ ধন ঘটিব নোৱাৰিছিল। দেশ আৰু জাতিৰ আহ্বানতকৈ ধন আৰু মোকৰ্দ্দমাৰ আহ্বান তেওঁ নগণ্য বুলি ভাবিছিল। বিপক্ষদলৰ মানুহে তেওঁক "পিটচ" বুলি বিদ্ৰূপ কৰিছিল। সঁচাকৈয়ে তেওঁৰ তীক্ষ্ণবুদ্ধি আৰু কাৰ্য কৰিবপৰা শক্তিয়ে তেওঁৰ গাত এই নাম সজভাৱেই প্ৰয়োগ কৰিবপৰা কৰিছিল। কংগ্ৰেছ মহাসভাৰ আগত অসম এছোচিয়েচনৰ যোগেদি অসমৰ সাধাৰণ ৰাজনৈতিক আলোচনা আদি চলিছিল। এই সন্মিলনৰ গুৰি ধৰি সম্পাদক হৈ চন্দ্ৰনাথে ইয়াক সুচাৰুৰূপে চলাইছিল। মণ্টেগু চেম্চফৰ্ড শাসন-সংস্কাৰ চলোৱাৰ প্ৰস্তাৱত তেতিয়াৰ চিফ কমিছনাৰ বিটচন বেলে অসম দেশ এই সংস্কাৰৰ অযোগ্য বুলি মত দিয়াত অসম এছোচিয়েচনে ইয়াৰ ঘোৰ প্ৰতিবাদ কৰিছিল। চন্দ্ৰনাথ শৰ্মাই ভাৰতৰ পৰা প্ৰস্তাৱৰ কমিটি কৰাতকৈ দুজনমান প্ৰতিনিধি বিলাতলৈ গৈ এই বিষয়ে আপত্তি কৰিলেহে কাৰ্য সিদ্ধি হ'ব বুলি ভাবি এই বিষয়ে বিশেষ চেষ্টা কৰিছিল। নবীনচন্দ্ৰ বৰদলৈ আৰু প্ৰসন্ন বৰুৱাক বিলাতলৈ পঠোৱা থিৰ হ'ল। কিন্তু বৰুৱাই নিজৰ খৰচতে যাবলৈ ওলাল। বৰদলৈদেৱক এছোচিয়েচনে খৰচ দিলে। বৰদলৈদেৱক এই অৰ্থ সংগ্ৰহ কৰি দিবলৈ চন্দ্ৰনাথে গাত ল'লে। বৰদলৈ আৰু বৰুৱাদেৱ কৃতকাৰ্যতাৰে ঘূৰি অহাৰ পিছত অসমৰ সংস্কাৰ কাউন্সিললৈ যাতে ভাল মানুহক ভোট দি পঠোৱা হয়, তাৰ নিমিত্তে চন্দ্ৰনাথে নিজ ব্যৱসায়লৈ পিঠি দিও অসমৰ নানা ঠাইত ঘূৰি ৰাইজক বুজাইছিল। ১৯২০ খ্ৰীষ্টাব্দত কলিকতা কংগ্ৰেছত অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হয়। সেই প্ৰস্তাৱ অনুসৰি চন্দ্ৰনাথেই অসমত পোন প্ৰথমতে গুৱাহাটীত কংগ্ৰেছ কমিটী স্থাপন কৰে; তাত বৰদলৈ আদি লোকসকলেও যোগ

দিয়ে । কংগ্ৰেছৰ প্ৰচাৰকাৰ্যত আৰু অন্যান্য অনুষ্ঠানৰ নেতৃত্ব লৈ তেওঁ গোটেই দেশত ফুৰিবলৈ ধৰিলে । এনেয়েই দুৰ্বল চন্দ্ৰনাথ এনে অপৰিসীম পৰিশ্ৰমৰ কাৰণে শয্যাগত হৈ পৰিল । তথাপি তেওঁ দেশৰ আৰু জাতিৰ কাৰণে কৰিবলগীয়া কাম নেৰিলে । অসহযোগ আন্দোলনৰ নিয়ম অনুসৰি তেৱেঁই অসমত আটাইতকৈ আগেয়ে ওকালতি এৰিলে আৰু লগে লগে কাউন্সিললৈ সভ্য হৈ যোৱাৰ ইচ্ছাও ত্যাগ কৰিলে । চন্দ্ৰনাথৰ শোৱা, খোৱা, থকাৰ একো ঠিক নাইকিয়া হ'ল । ১৯২৩ খ্ৰীষ্টাব্দত মহাত্মা প্ৰমুখ্যে নেতা অসমলৈ আহে; তেতিয়া তেওঁ অসুখীয়া শৰীৰেই যিমান পাৰে তেওঁবিলাকৰ লগে লগে ফুৰিছিল । মুঠতে উঠি-লৰি ফুৰিব পৰা অৱস্থালৈকে তেওঁ কাম নেৰিছিল । কিন্তু অনেক বন্ধু-বান্ধৱৰ চেষ্টা সত্বেও তেওঁৰ শৰীৰ ক্ৰমে পৰি আহিল । আৰোগ্যৰ কাৰণে তেওঁ পুৰীও পালেগৈ । পুৰীৰপৰা ঘূৰি আহি গুৱাহাটীত ১৯২২ খ্ৰীষ্টাব্দৰ ২০ জুলাই তাৰিখে তেওঁৰ পৰলোক হয় ।





# কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

একেটি থোপাতে সমানে সুন্দৰ আৰু উজ্জ্বল দুপাহী ফুল ফুলাৰ দৰে, জন্মভূমিৰ অতি আৱশ্যকীয় সময়ত তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈয়ে জন্মগ্ৰহণ কৰে । আধ্যাত্মিক ভাৱেৰে ভৰপুৰ, সুসাহিত্যিক, কৰ্মনিপুণ, সময়নিষ্ঠ, সাহসী, উদাৰ, ত্যাগী, বাগ্মী আৰু সকলো পুৰুষোচিত খেল-ধেমালিত পাৰ্গত কৰ্মবীৰ বৰদলৈৰ নামৰ আগত বিশেষণ দি হেঁপাহ নপলায় । সৰুতে নিয়মমতে পঢ়াশুনা কৰাৰ উপৰিও তেওঁ খেল খেলা, সাতোৰা, ঘোঁৰাত উঠা, নাও বোৱা আদিতো পাৰ্গতহৈ উঠিছিল । কৰ্মময় জীৱনৰ ভাটীবেলাও তেওঁ এই বিলাকৰ চৰ্চা নেৰিছিল । ফুকনৰদৰে তেওঁও এজন ভাল চিকাৰী আছিল । লেখৰ সাহিত্যিক হিচাপেও বৰদলৈদেৱৰ নাম স্মৰণীয় হৈ থাকিব । তেখেতৰ সুৰলাগীত, কবিতা আৰু প্ৰবন্ধবোৰ পঢ়িলে তেখেতৰ আধ্যাত্মিকতা আৰু দেশহিতৈষিতাই সকলোৰে মনত আনন্দ দিয়ে ।

বৰদলৈৰ পৰিয়ালৰ আদি বাসস্থান আছিল শিৱসাগৰত । তেওঁবিলাকৰ আদি পুৰুষ হিচাপে ৰুদ্ৰখড়ি বৰদলৈকে জনা যায় । এই বংশৰে ৰত্নেশ্বৰ বৰদলৈয়ে মানৰ অত্যাচাৰত শিৱসাগৰৰপৰা সপৰিয়ালে আহি গুৱাহাটী পায়হি । তেওঁৰ বাৰবছৰীয়া পুতেক কল্পনাথক মানে ধৰি দেশলৈ লৈ যায় । কিন্তু বুদ্ধিয়ক কল্পনাথ কেনেবাকৈ পলাই আহি গুৱাহাটী পায়হি । কল্পনাথ অতি ধুনীয়া চেহেৰাৰ ডেকা আছিল । এওঁৰে পুত্ৰ মাধৱচন্দ্ৰ বৰদলৈ । এই মাধৱচন্দ্ৰৰে প্ৰথমা পত্নী সোমেশ্বৰী দেৱীৰ দ্বিতীয় সন্তান নবীনচন্দ্ৰ বৰদলৈ । সোমেশ্বৰী দেৱী সকলো ৰকমে এগৰাকী আদৰ্শ মহিলা আছিল ।

শিশু নবীনে পঢ়িবলৈ আৰম্ভ কৰাৰ পৰাই কীৰ্তন, ঘোষা, ৰামায়ণ, মহাভাৰত আদি মাকৰ আগত পঢ়িছিল। এইদৰেই এই পুথি-বিলাকৰ প্ৰতি তেওঁৰ আগ্ৰহ বাঢ়িছিল। আৰু তেওঁ সংযমনিষ্ঠ, উদাৰ আৰু ঈশ্বৰ-ভক্ত হৈ পৰিছিল। আন ধৰ্মৰ প্ৰতিও তেওঁৰ যথেষ্ট শ্ৰদ্ধা আছিল আৰু ধৰ্ম পুথিৰ বিলাক শ্ৰদ্ধাৰে পঢ়িছিল। তেওঁ তেজপুৰ হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ পৰা আই, এ, বি, এ, আৰু বি, এল পাছ কৰে। ১৯০৩ খ্ৰীষ্টাব্দৰ পৰা বৰদলৈদেৱে গুৱাহাটীতে আইন ব্যৱসায় আৰম্ভ কৰে; অলপদিনৰ ভিতৰতে তেওঁ নামজ্বলা ভাল উকিল হৈ পৰে। ওকালতিৰ লগে লগেই বৰদলৈয়ে সমাজ-সেৱাত মন দি ৰাইজৰ শ্ৰদ্ধাৰ পাত্ৰ হৈ উঠে। তেখেতে উদাৰ ভাৱে সকলোকে সহায় কৰি মৰম দেখুৱাইছিল। ১৯০৯ খ্ৰীষ্টাব্দত বৰদলৈদেৱে কলিকতা হাইকোৰ্টত আইন ব্যৱসায় আৰম্ভ কৰি তাত ন বছৰ কাল সুখ্যাতিৰে কটায়। বৰদলৈদেৱ আদিৰপৰাই "অসম এছোচিয়েচনৰ" এজন আশাশুধীয়া কৰ্মী আছিল। ১৯১৫ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ৰ অসম এছোচিয়েচনৰ সভাপতি স্বৰূপে তেখেতে দিয়া অভিভাষণে অসমৰ ডেকাদলৰ ভিতৰত এটা জাগৰণ তুলি দিলে। বৰদলৈদেৱে কলিকতালৈ যাবৰপৰাই কংগ্ৰেছ মহাসভাৰ লগত যোগাযোগ ৰাখিছিল। ১৯১৯ খ্ৰীষ্টাব্দত বৰদলৈ আৰু প্ৰসন্ন বৰুৱা বিলাতলৈ গৈ অসমক স্বায়ত্ব শাসনৰপৰা বঞ্চিত কৰিব খোজা দলৰ ষড়যন্ত্ৰ ভেদ কৰি অসমো ভাৰতৰ আন প্ৰদেশৰ লগতে স্বায়ত্ব শাসনৰ উপযুক্ত বুলি প্ৰমাণ কৰি আহিল। কংগ্ৰেছৰ কাৰ্যপন্থতি সলনি হোৱাৰ লগে লগেই ১৯১৯ খ্ৰীষ্টাব্দৰপৰাই বৰদলৈদেৱ সৰ্বভাৰতীয় কংগ্ৰেছৰ এজন বিশিষ্ট কৰ্মী আৰু নেতা হিচাপে পৰিগণিত হ'ল। অসহযোগ আন্দোলনত যোগ দি প্ৰথমতেই ডেৰ বছৰ কাৰাবাস খাটি আহি তেখেত একৰকম দৰিদ্ৰ হৈ পৰিছিল। ঈশ্বৰ-ভক্ত বৰদলৈয়ে নিজকে দেশৰ আৰু ভগৱন্তৰ ওচৰত সমৰ্পণ কৰি প্ৰফুল্ল মনেৰে কৰ্তব্যত আগবাঢ়ি গ'ল। ১৯২৬ খ্ৰীষ্টাব্দত গুৱাহাটীত হোৱা কংগ্ৰেছ অধিৱেশনত বৰদলৈদেৱে



অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ বাব লৈ সহকৰ্মীসকলৰ সৈতে এই অধিৱেশন সাফল্যমণ্ডিত কৰি অসমৰ নাম ভাৰতত আকৌ উজ্বল কৰি তুলিলে। ১৯২৭ খ্ৰীষ্টাব্দত তেখেত কাউন্সিলত সোমাই স্বৰাজ্য দলৰ নেতা নিৰ্বাচিত হয়। ১৯৩২ খ্ৰীষ্টাব্দত বৰদলৈদেৱৰ দ্বিতীয় কাৰাবাস হয়। এই কাৰাবাসতে তেখেতে "কৃষ্ণলীলা" আৰু আন খনচেৰেক পুথি লিখে। কাৰামুক্ত হোৱাৰ পিছত তেখেত ভাৰতীয় ব্যৱস্থা-পৰিষদৰ সভ্য হয়। কি কাউন্সিল, কি ভাৰতীয় ব্যৱস্থাপক সভা সকলোতে বৰদলৈদেৱৰ প্ৰতিভা জিলিকি উঠিছিল। ১৯২৫ খ্ৰীষ্টাব্দত শিৱসাগৰত বহা অসম ছাত্ৰ সন্মিলনৰ বছৰেকীয়া অধিৱেশনত তেখেতে সভাপতিৰূপে ছাত্ৰসকলৰ কৰ্তব্য তন্নতন্নকৈ বুজাই দিছিল। ১৯৩৫ খ্ৰীষ্টাব্দৰ চিমলাৰ কংগ্ৰেছ অধিৱেশনত যোগ দি কংগ্ৰেছৰ সোণালী জয়ন্তীৰ আয়োজন কৰে। এই সোণালী জয়ন্তীত দিয়া বক্তৃতাই বৰদলৈদেৱৰ শেষ বক্তৃতা। ১৯৩৬ খ্ৰীষ্টাব্দত অসমৰ সব্যসাচী তুল্য জাতীয় বীৰ, ৰাজনীতিজ্ঞ, সাহিত্যিক, ভক্ত, বাগ্মী আৰু অক্লান্ত কৰ্মী বৰদলৈদেৱৰ পৰলোক হয়।



# দেশভক্ত তৰুণৰাম ফুকন

দেশভক্ত তৰুণৰাম ফুকনে অসমৰ ৰাজনীতিক্ষেত্ৰত যুগান্তৰ সৃষ্টি কৰি থৈ গৈছে। সকলো সজ গুণেৰে বিভূষিত, বৈশিষ্ট্যপূৰ্ণ, সুৰুচিসম্পন্ন বিনয়ী, আত্মসম্মানী আৰু সুদৰ্শন এই পুৰুষ-সিংহক কোনেও পাহৰিব নোৱাৰে। তেওঁৰ ব্যক্তিত্বৰ প্ৰতিভাৰে শত্ৰু, মিত্ৰ ল'ৰা, বুঢ়া, দেশী, বিদেশী সকলোকে মোহিব পাৰিছিল। উদাৰচিতীয়া উন্নতমনা, সজ বিবেচক আৰু বাগ্মী ফুকন সকলোৰে শ্ৰদ্ধাভাজন হ'ব পাৰিছিল। দেশৰ আৰু জাতিৰ কাৰণে তেওঁৰ ত্যাগ অসীম।

অসমৰ বিখ্যাত ঢেকিয়াল ফুকনৰ বংশত তৰুণৰাম ফুকনৰ জন্ম। অসমীয়াৰ পৰম শ্ৰদ্ধাৰ পাত্ৰ দেশকৰ্মী আনন্দৰাম ঢেকীয়াল ফুকন তেওঁৰ দদায়েক। তেওঁৰ পিতাদেৱেক বলোৰাম ফুকন আৰু মাকৰ নাম ভাগিৰথী দেৱী। ১৮৭৭ খ্ৰীষ্টাব্দত গুৱাহাটীত তেওঁৰ জন্ম হয়। ১৯৩৯ খ্ৰীষ্টাব্দত জন্মভূমিতে তেওঁৰ মৃত্যু হয়। এই তিনি কুৰি দুবছৰীয়া জীৱনটোত তেওঁ দেশৰ যিমান কাম কৰি গ'ল তাৰবাবে অসমীয়া তথা ভাৰতবাসী তেওঁৰ ওচৰত চিৰকাল কৃতজ্ঞ হৈ থাকিব।

তেওঁৰ দৰে সকলো বিষয়তে পাৰ্গত অসমীয়া লোক বিৰল। সুৰুচিসম্পন্ন সাহিত্য-চৰ্চাৰ উপৰিও পুৰুষোচিত খেল ধেমালিত তেওঁ সুনিপুণ আছিল। অন্যান্য সকলো সজ আৰু আৱশ্যকীয় গুণত তেওঁ পাছ পৰা নাছিল। ১৮৯২ খ্ৰীষ্টাব্দত প্ৰবেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সি কলেজত ভৰ্তি হয় আৰু তাৰ পৰাই এফ. এ. পৰীক্ষা পাছ কৰে। সৰুতে তেওঁৰ পিতৃ-বিয়োগ হয়। মেচপাৰাৰ এজন উদাৰ জমিদাৰৰ সহায়ত তেওঁ বিলাতলৈ গৈ বেৰিষ্টাৰী পাছ কৰি অসমৰ তৃতীয় বেৰিষ্টাৰ হিচাপে ঘূৰি আহে। গুৱাহাটীত



আইন ব্যৱসায় কৰি থাকোঁতে তেওঁ গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন হৈ বহুত জনহিতকৰ কাম কৰে। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগ দি অসমৰ জননেতা হিচাপে তেওঁ ৰাইজৰ মাজলৈ আহে আৰু অলপ দিনৰ ভিতৰতে সৰ্বসাধাৰণৰ বিশ্বাসভাজন আৰু প্ৰিয়পাত্ৰ হৈ পৰে। তেওঁ দুখীয়া-চহকী সকলোৰে লগত সমানে মিলিব পৰা কাৰণে সকলোৱেই ভাল পাইছিল। আমোদপ্ৰিয়, বিলাসপ্ৰিয় ফুকনে ত্যাগী যোগীৰ নিচিনা হৈ আইন কলেজৰ অধ্যাপকৰ পদ আৰু কাউন্সিলৰ সভাপদ ত্যাগ কৰি একেবাৰে অসহযোগ আন্দোলনত দেহ-মন সকলো উছৰ্গা কৰি দিলে। তৰুণ ফুকনৰ ত্যাগৰ আদৰ্শত অসম দেশৰ জনতাই নিৰ্ভয় মনেৰে স্বাধীনতাৰ যুদ্ধত আগবাঢ়িবলৈ প্ৰয়াস পালে। ফুকনে এই আন্দোলনত কাৰাবাসৰ পৰা আৰম্ভ কৰি অনেক নিৰ্যাতন ভোগ কৰিলে। ১৯২৬ খ্ৰীষ্টাব্দত অসমলৈ কংগ্ৰেছ মহাসভা নিমন্ত্ৰণ কৰি অনা সকলৰ অন্যতম গুৰিয়াল তেৱেঁই। তেওঁ এই মহাসভাৰ অভ্যাৰ্থনা সমিতিৰ সভাপতি হৈ অতি সুচাৰুৰূপে অসমৰ কংগ্ৰেছ অধিবেশন সাফল্যমণ্ডিত কৰি তুলিলে। তেওঁ ইচ্ছা কৰা হ'লে উচ্চ চৰকাৰী বিষয়-বাব ল'ব পাৰিলেহেঁতেন; কিন্তু ত্যাগী ফুকনে সেই বাবলৈ মন নেমেলিলে। তেওঁ অকল অসমৰ নেতা নাছিল, ভাৰতৰ নেতাসকলৰ ভিতৰতো তেওঁ উপযুক্ত স্থান লাভ কৰিব পাৰিছিল। তেওঁক অসমৰ সিংহ-পুৰুষ বুলি গুণগ্ৰাহী ভাৰতীয় নেতাসকলে কৈ ভাল পাইছিল।



# লোকপ্ৰিয় গোপীনাথ বৰদলৈ

বৰ্তমান অসমৰ ভাগ্যৰ গঢ় দিওঁতাসকলৰ ভিতৰত গোপীনাথ বৰদলৈদেৱো অন্যতম। তেখেতৰ দেউতাক আছিল বুদ্ধীন্দ্ৰনাথ বৰদলৈ। তেখেত এজন সৰল আৰু অমায়িক প্ৰকৃতৰ লোক আছিল। ১৮৯১ খ্ৰীষ্টাব্দৰ ৭ জুনত গুৱাহাটী নগৰত গোপীনাথৰ জন্ম হয়। সৰুৰেপৰা বৰদলৈ ধীৰ স্বভাৱৰ ল'ৰা আছিল। পঢ়াশুনাত মজলীয়া বিধৰ আছিল যদিও গোপীনাথ খেল আদিত বিশেষ পাৰ্গত আছিল। ১৯০৮ খ্ৰীষ্টাব্দত তেখেতে গুৱাহাটীৰপৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি ১৯১৪ খ্ৰীষ্টাব্দত কলিকতাত এম. এ. আৰু ১৯১৫ খ্ৰীষ্টাব্দত আইন পৰীক্ষা পাছ কৰে।

পঢ়া শেষ কৰি তেখেতে গুৱাহাটীত ওকালতি আৰম্ভ কৰে; কিন্তু নিজৰ ব্যৱসায়তকৈ ৰাজহুৱা কামতহে বিশেষ মন দিছিল। ১৯২১ খ্ৰীষ্টাব্দত ডেকা বৰদলৈয়ে ওকালতি এৰি মহাত্মাৰ অসহযোগ আন্দোলনত যোগ দিয়ে। তেখেতে এই আন্দোলনতেই গোটেই জীৱন কটাইছিল, আৰু এই কাৰণেই তেখেতে তিনিবাৰ ফাটেক খাইছিল। সাংসাৰিক কষ্ট, অনেক ভুগিবলগীয়া হৈছিল যদিও তেখেতক দেশ-সেৱাৰ আদৰ্শৰ পৰা একোৱে লৰচৰ কৰিব নোৱাৰিছিল। তেওঁ এই বিপদৰ মাজতো সৰল, শান্তিপ্ৰিয়, আদৰ্শনিষ্ঠ, ধৰ্মভীৰু আৰু অমায়িক ভাৱেই দিন কটাইছিল। সেইদৰে তেওঁ পুৰস্কাৰ বা প্ৰশংসাৰ কাৰণে উদাসীন আছিল। সৰবৰহী বৰদলৈয়ে গুৱাহাটীৰ লোকেল ব'ৰ্ড আৰু মিউনিচিপেলটিৰ চেয়াৰমেন হৈ বিশেষ খ্যাতি লাভ কৰিছিল। তেখেত অসম কাউন্সিলৰ সভ্য হৈ যেতিয়া কংগ্ৰেছ দলে মন্ত্ৰীত্ব গ্ৰহণ কৰাটো থিৰ কৰিলে, তেতিয়া সংখ্যা গৰিষ্ঠ কংগ্ৰেছ দলৰ দলপতি হৈ মুখ্য



মন্ত্ৰীৰ পদ গ্ৰহণ কৰে। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিছতো তেখেতে এইপদ পাই অসম দেশখন সকলোপিনে উন্নত ৰাষ্ট্ৰত পৰিণত কৰিবলৈ অশেষ চেষ্টা কৰে। তেখেতৰ বল নোপোৱা হ'লে অসমত বিশ্ববিদ্যালয় স্থাপন কৰাটো সহজ নহ'লহেঁতেন। অসম-ৰাষ্ট্ৰখন সবল কৰি তুলিবৰ নিমিত্তে তেওঁ জনজাতি ভাইসকলৰ লগত সম্বন্ধ দৃঢ় কৰিবৰ নিমিত্তে অনেক চেষ্টা কৰিছিল আৰু আশাশুধীয়া যত্ন কৰিছিল। অসমত হাইকোৰ্ট, মেডিকেল কলেজ, কৃষি কলেজ তেখেতৰেই দিনতেই স্থাপিত হয়। স্বাধীনতা লাভৰ আগতে ভাৰতবৰ্ষক ভাগ কৰি অসমক পাকিস্থানৰ বুকুত জাপি দিয়াৰ এটা প্ৰস্তাৱ উঠিছিল। এই প্ৰস্তাৱ অসমৰ ওপৰত বজ্ৰাঘাত স্বৰূপ হ'ল। মহাত্মাৰ উপদেশ অনুসৰি এই প্ৰস্তাৱৰ বিৰুদ্ধে বৰদলৈদেৱে যুঁজ কৰি ইয়াক নাকচ কৰিলে। তাকে নকৰা হ'লে অসম দেশ আজি আন প্ৰকাৰে হ'লেও পাকিস্থানৰ ভিতৰুৱা হ'লহেঁতেন। এই আশাশুধীয়া কৰ্মীজনক অসমবাসীয়ে বেছি দিন নাপালে। সমস্যাবহুল অসমৰ গধুৰ বোজা মূৰত লৈ গৌৰৱ আৰু কৃতকাৰ্যতাৰে কাম কৰি থাকোঁতেই ১৯৫০ খ্ৰীষ্টাব্দৰ ৫ আগষ্টৰ দিনা ৰাতি হঠাৎ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ গুৱাহাটীত তেখেতৰ মৃত্যু হয়।



# নগাৰাণী গাইডালু

অসম দেশৰ দক্ষিণে মানদেশ, অসম দেশৰ মাজত নগা পৰ্বত জিলা। অতীত কালৰপৰাই ই এটা অসম দেশৰ বিশিষ্ট অঞ্চল। ককাই-ভাইৰ ভিতৰত হাই-কাজিয়া হোৱাৰদৰে নগা আৰু ভৈয়ামৰ অসমীয়াৰ ভিতৰত মাজে সময়ে দন-হাই লাগিলেও নগা আৰু অসমীয়া দুয়ো অসমীয়াই। আহোম ৰজাসকলৰ দিনত এই সম্বন্ধ অটুট আছিল।

এই নগাসকলৰ কোৱাই ফৈদত নগা কুমাৰী গাইডালুৰ জন্ম হয় তেওঁৰ পৰিয়ালটো নগাৰ পুৰোহিতৰ পৰিয়াল। মাক বাপেকৰ অৱস্থা বিশেষ ভাল নাছিল যদিও গাইডালুৱে পঢ়া-শুনা কৰিবলৈ সুবিধা পাইছিল। খ্ৰীষ্টান ধৰ্মযাজকসকলে নগা পৰ্বতত পঢ়াশালি পাতি তেওঁবিলাকৰ শিক্ষাৰ নিমিত্ত যথেষ্ট চেষ্টা কৰিছিল। এনে এজন ধৰ্মযাজকৰ পঢ়াশালিতেই গাইডালুৱে শিক্ষালাভ কৰি নৱমমানলৈকে পঢ়িছিল। সৰুৰেপৰাই গাইডালুৰ স্বভাৱ-চৰিত্ৰ উন্নত ধৰণৰ আছিল। তেওঁ পঢ়িশুনি উন্নত জগতৰ উন্নতি দেখি নগা জাতিটোক কেনেকৈ উন্নত কৰিব তাৰ নিমিত্তে ভাবিবলৈ ধৰিলে। অনেক বাধা থকা সত্ত্বেও মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ কথা আৰু তেওঁৰ অহিংসা নীতিৰ কথা গাইডালুৰ কাণতো পৰিছিলগৈ। এই কথা-বিলাক অতি শ্ৰদ্ধাৰে শুনি আৰু শিকি নগৰীয়া ৰাইজক বুজাই-ছিল। নগাসকলে তেওঁৰ এই কথাবিলাক ভাল পাইছিল আৰু তেওঁক ৰাণী বুলি মাতিছিল। ১৯২২ খ্ৰীষ্টাব্দত ১৮ বছৰীয়া গাভৰু গাইডালুৱে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত ভালকৈয়ে যোগ দিলে। তেওঁ মহাত্মাৰ আদৰ্শত নগা জাতিক উন্নতিৰ বাটত আগবাঢ়ি স্বাধীনতাৰ যুঁজত ভাগ ল'বলৈ উৎসাহিত কৰিলে। নগা পৰ্বতত গাইডালু



অসহযোগ আন্দোলনৰ নেত্ৰী হৈ পৰিল। গাইডালুৱে এইদৰে নগা জাতিক স্বাধীনতা লাভৰ কাৰণে উত্তেজিত কৰা কথাটো ইংৰাজে সহিব নোৱাৰিলে। সেই দেখি তেওঁবিলাকে গাইডালুক ৰাজদ্ৰোহৰ অপৰাধত অপৰাধী বুলি বন্দী কৰি আজীবন ফাটেকত দিলে। চৈধ্য বছৰ এই দৰে থকাৰ পিছত তেওঁক ফাটেকৰপৰা আনি নিজৰ ঘৰতে আটক কৰি ৰাখিলে। ১৯৩৭ খ্ৰীষ্টাব্দত শ্ৰীজৱাহৰলাল নেহৰু অসমলৈ আহোঁতে এই কথা প্ৰকাশ হ'ল আৰু ১৯৪৭ খ্ৰীষ্টাব্দৰ স্বাধীনতাৰ লগে লগে তেওঁক মুক্ত কৰি দিলে। শ্ৰীনেহেৰুৱে তেওঁক পাঁচ শ টকা দি সহায় কৰে আৰু আমাৰ অসম চৰকাৰে মাহে পঞ্চাশ টকাকৈ পেঞ্চন দিয়ে। এই জনজাতিৰ ছোৱালীটিৰ ত্যাগৰ কাহিনী চিৰকাল বুৰঞ্জীৰ পিঠিত জিলিকি থাকিব।



# দেশপ্ৰাণ ৺কৃষ্ণনাথ শৰ্মা

মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনে অসমৰ যি কিজন আশাশুধীয়া দেশসেৱকক কাৰ্যক্ষেত্ৰত উলিয়াই দিলে, তাৰ ভিতৰত দেশপ্ৰাণ কৃষ্ণনাথ শৰ্মাও এজন। অসহযোগ আন্দোলন আৰু কংগ্ৰেছ বুলিলে, বিশেষকৈ যোৰহাট অঞ্চলৰ লোকে যি কেইজন লোকৰ নাম মুখত লয়, তাৰ ভিতৰত ৺কৃষ্ণনাথ শৰ্মাও এজন। অনাড়ম্বৰ, ত্যাগী, কষ্টসহিষ্ণু, ধৈৰ্যশীল, দেশৰ স্বাধীনতা আৰু মহাত্মাৰ আন্দোলনত একান্ত বিশ্বাসী, দূৰদৰ্শী কৰ্মী কৃষ্ণ শৰ্মাৰ ঘৰ আছিল যোৰহাটৰ শৰ্বাইবন্ধাত। যোৰহাটৰ খ্যাতিনামা আইন ব্যৱসায়ী গঙ্গাধৰ শৰ্মা আছিল তেওঁৰ পিতৃ। ১৮৮৭ খ্ৰীষ্টাব্দত তেওঁ জন্ম গ্ৰহণ কৰে। বয়সত তেওঁ হাতীৰুৱাতকৈ কেবা বছৰো ডাঙৰ। খ্যতনামা আইন ব্যৱসায়ীৰ পুত্ৰ হ'লেও শৰ্মাদেৱৰ জীৱন সিমান সহজ আৰু সুখৰ নাছিল। তেওঁ যোৰহাটৰপৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজত উচ্চ শিক্ষা লাভ কৰে। সেই কলেজৰপৰা বি, এচ,চি, উপাধি লাভ কৰি ১৯১৫ চনত আৰ্ল ল কলেজৰপৰা বি. এল. পাছ কৰে ১৯১৭ খ্ৰীষ্টাব্দত তেওঁ আইন ব্যৱসায়ত যোগ দি অলপ দিনৰ ভিতৰতে এজন লেখৰ উকিল হৈ পৰে। তেওঁৰ সহজ সৰল মৰমীয়াল আৰু অমায়িক গুণে সাধাৰণ ৰাইজকো আকৰ্ষণ কৰিছিল। তেওঁৰ লগৰীয়া কৰ্মীসকলে তেওঁক আদৰ আৰু সন্মান কৰি 'মামা' বুলি সম্বোধন কৰিছিল আৰু তেওঁৰ নাম কৃষ্ণ মামাই হৈ পৰিছিল।

মহাত্মা গান্ধীৰ অসম ভ্ৰমণৰ লগে লগেই কৃষ্ণ শৰ্মাই ওকালতি এৰি দি কংগ্ৰেছত ভালকৈয়ে লাগি যায়। সহকৰ্মীসকলৰ সৈতে লগ লাগি দিন-ৰাতি বতাহ বৰষুণ আৰু শৰীৰৰ কষ্টলৈ ভ্ৰুক্ষেপ নকৰি গাঁৱে



গাঁৱে কংগ্ৰেছৰ প্ৰচাৰত লাগি গৈছিল। এইদৰে খোজ কাঢ়ি ফুৰি ফুৰি অতি আগ্ৰহতীয়া ঠাইলৈও গৈ তেওঁ সৰ্বসাধাৰণক দেশসেৱাৰ কাৰণে আগবঢ়াই আনিছিল। তেওঁ লগৰীয়াসকলৰ সৈতে গৈ দুপৰ ৰাতি তিতি-বুৰি একোঘৰ মানুহৰ ঘৰত সোমাই লঘোনে-ভোকে কোনোমতে ৰাতিটো কটোৱাৰ কথা এতিয়াও অনেকে গল্প কোৱাদি কয়। ঘৰতো নিজৰ উপাৰ্জন নোহোৱাৰ কাৰণে দুখ-দুৰ্গতিৰ অন্ত নোহোৱা হৈছিল। একোদিন ৰাতি ঘৰ সোমাই একোটো নোখোৱাকৈয়ে পৰি থকাৰ কথা তেওঁৰ আত্মীয় লোকে কয়। দোকানীয়ে উঠনাকৈ বস্তু নিদিয়ে; ওচৰ-চুবুৰীয়ায়ো সদায় সহায় কৰিব নোৱাৰে। লৰা-ছোৱালীও অনেক দিন লঘোনে থাকে। কেতিয়াবা গাঁৱত কাম কৰি ৰাতি লগৰীয়াসকলৰ সৈতে তেওঁ ঘৰলৈ গৈ কোনোমতে চাউল ভজা একোমুঠিৰে ৰঙা চাহপানী গুড় একোকণ লৈ খোৱাৰ কথা তেখেতৰ লগৰীয়াসকলে কয়। আচৰিত কথা, ইমান কষ্টতো শৰ্মা বিচলিত নহয়। যেতিয়াই যিদৰে চলিবলৈ পায় সেইদৰেই চলি আনন্দ মনেৰে কাল কটায়। নিজৰ ল'ৰা-ছোৱালীক কয় —"স্বৰাজ হ'লে সকলো হ'ব, অলপ দিন দুখ হওক।" মহাত্মা গান্ধী প্ৰৱৰ্তিত অসহযোগ আন্দোলনৰ যোগে স্বৰাজ পোৱাৰ কথাত তেওঁৰ বিশ্বাস বৰ বেছি আছিল। "ভাৰতে স্বাধীনতা নিশ্চয় সোনকালে পাব, সকলোলৈকে স্বৰাজ হ'ব, সকলোৰে দুখ-দুৰ্গতি গুচিব"—ইত্যাদি কথা তেওঁ অন্তৰেৰে সৈতে উপলব্ধি কৰিছিল। কোনো কথাতে তেওঁ ধৈৰ্য নেহেৰুৱাইছিল। অসহযোগ আন্দোলনৰ প্ৰথম অৱস্থাত কাম কৰা দেশসেৱকসকলৰ অভিজ্ঞতাৰ কথা শুনিলে বহুত কৰ্মীৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাই আহে। যোৰহটীয়া দলটোৰ ভিতৰত কৃষ্ণ শৰ্মাৰ বিষয়ে এনে বহুত কথা শুনিবলৈ পোৱা যায়।

কৃষ্ণ শৰ্মা যোৰহাট কংগ্ৰেছ কমিটীৰ সম্পাদক আছিল আৰু ১৯২১ খ্ৰীষ্টাব্দত অসম প্ৰাদেশিক সমিতিৰো সভ্য নিৰ্বাচিত হয়। ত্যাগ আৰু আন্তৰিকতাৰে সৈতে কংগ্ৰেছৰ সেৱা কৰি থাকোঁতে ১৯২১ খ্ৰীষ্টাব্দৰ

ডিচেম্বৰ মাহত তেওঁক এবছৰৰ কাৰণে বিনাশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত কৰা হয়। ১৯২৪ খ্ৰীষ্টাব্দত অসম খাদী বোৰ্ডৰ সাধাৰণ সম্পাদক হিচাপে কাম কৰি জনগণৰ সেৱাত মনোনিবেশ কৰে। ১৯২৮ খ্ৰীষ্টাব্দত তেওঁ অসম সূতা কটা সঙ্ঘৰ সম্পাদক হয় আৰু ১৯৩০ খ্ৰীষ্টাব্দত অসম কংগ্ৰেছ কমিটীৰ সভ্য হয়। ১৯৩২ খ্ৰীষ্টাব্দত দিল্লী কংগ্ৰেছত যোগ দিবলৈ যাওঁতে তেওঁক বাটতে বন্দী কৰি কাৰাদণ্ড দিয়ে। অসম ৰায়ত সভাৰ সভাপতি হিচাপে তেওঁ ৰাইজক বিদেশী বস্ত্ৰ আৰু মাদক দ্ৰব্য ত্যাগ কৰিবলৈ বিশেষভাৱে অনুৰোধ কৰে। ১৯৩৫ খ্ৰীষ্টাব্দত তেওঁ অসম ৰায়ত সভাৰ সম্পাদকৰ কাম চলাইছিল। তেওঁ এজন নিষ্ঠাবান সমাজ সংস্কাৰক আছিল আৰু অসম হৰিজন-সেৱা সঙ্ঘৰ প্ৰতিষ্ঠাতা হিচাপে যথেষ্ট কাম কৰিছিল। ১৯৩৭ খ্ৰীষ্টাব্দত তেওঁ অসম বিধান সভাৰ সভ্য নিৰ্বাচিত হয়। কানি নিবাৰণী বিষয়ত তেওঁ লগৰীয়া ৰোহিণীকান্ত হাতীবৰুৱাৰ সৈতে গোট খাই কৰা অক্লান্ত আৰু নিস্বাৰ্থ কামৰ তুলনা দিবলৈ নাই। দেশৰ বুৰঞ্জীত এই বিষয়ত এওঁবিলাকৰ নাম চিৰস্মৰণীয় হৈ থাকিব। কংগ্ৰেছ যুক্ত চৰকাৰে ১৯৪০ খ্ৰীষ্টাব্দত প্ৰস্তাৱ কৰা মাদক দ্ৰব্য নিবাৰণী আইনৰ আঁচনিখনৰ গুৰি ধৰোঁতা তেৱেঁই আছিল। তেওঁ বিশ্ব-ভাতৃ সঙ্ঘৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। পৃথিৱীৰ অনেক শান্তিকামী লোকে তেওঁৰ এই চেষ্টাৰ প্ৰশংসা কৰিছিল। ১৯৪৫ খ্ৰীষ্টাব্দত কৃতকাৰ্যতাৰে সৈতে তেওঁ ৱাৰ্দ্ধা, সৱৰমতি, বোম্বাই ভ্ৰমণ কৰি আহে। বুনিয়াদি শিক্ষাৰ গুৰি কথা ভালকৈ জানিবৰ নিমিত্তে তেওঁ এই বিষয় বৰ আগ্ৰহেৰে আলোচনা কৰিছিল। দ্বিতীয় মহাযুদ্ধৰ সংশ্ৰৱত জাপানৰ আক্ৰমণৰ পিছত শৰ্মাদেৱে অসমত ভগনীয়া সংস্থানৰ নিমিত্তে উদ্ভৱ হোৱা সমস্যাৰ বিষয় যথেষ্ট তথ্য-পাতি লৈ মহাত্মা গান্ধীৰ লগত আলোচনা কৰে। ইয়াৰ লগতে তেওঁ অসমৰ আৰ্থিক বিষয়ে তন্ন তন্নকৈ মহাত্মাক অৱগত কৰায়। পুণাত চৰ্দাৰ বল্লভভাই পেটেলক লগ ধৰি অসমৰ সমস্যা বহুল অৱস্থাৰ বৰ্ণনা কৰি, কংগ্ৰেছ কাৰ্যনিৰ্বাহক সমিতিত অসমৰ এজন প্ৰতিনিধি ল'বলৈ অনুৰোধ কৰে। ইয়াৰ ফল



স্বৰূপে ভাৰতীয় কংগ্ৰেছৰ কাৰ্যনিৰ্বাহকত এজন অসমীয়া প্ৰতিনিধিয়ে ঠাই পালে। ১৯৪৬ খ্ৰীষ্টাব্দত তেওঁক কেন্দ্ৰীয় ৰাজ্যসভাৰ সভ্যপদৰ কাৰণে মনোনীত কৰা হয়। সেই পদৰ কাৰণে তেওঁ নিৰ্বাচিত হয়। কিন্তু দুখৰ বিষয়, এই পদত যোগ দিবলৈ নৌ পাওঁতেই তেওঁৰ মৃত্যু হয়।

কৃষ্ণ শৰ্মা, দেশৰ আৰু জাতিৰ কাৰণে অনায়াসে সৰ্বস্ব ত্যাগ কৰিব পৰা বিধৰ লোক আছিল। তেওঁ কোনোমতে থাকি দেশসেৱাৰ কৰ্তব্য সাধন কৰিব পাৰিলেই সন্তোষ পাইছিল। খোৱা-বোৱা, পিন্ধা-উৰা, আনকি নিজৰ পৰিয়ালৰ সুখ-স্বচ্ছন্দতাৰ কাৰণেও তেওঁ চকু দিবলৈ আহৰি নাপাইছিল। কোনোমতে প্ৰবৰ্তি থকাৰ উপৰি বেছিলৈ তেওঁ আশা নকৰিছিল। তেখেতৰ গুণত আকৃষ্ট হৈ, দুই-চাৰি গুণগ্ৰাহী লোকে সহায় আগবঢ়ালেও কৃতজ্ঞতাৰে সৈতে প্ৰত্যাখ্যান কৰিছিল। নিজৰ নহ'লেও হোৱা, সুখ-সন্তোষৰ নিমিত্তে পৰক আমনি দিয়া স্বভাৱ তেখেতৰ নাছিল। কৃষ্ণ শৰ্মাই যি কেইটা বিষয়তে বিশেষকৈ হাত দিছিল, সেইকিটাক খৰচি মাৰি আন্তৰিকতাৰে সৈতে কৰিবলৈ যত্ন কৰিছিল। কংগ্ৰেছৰ সাধাৰণ কামবিলাকৰ উপৰিও ইয়াৰ আনুষংগিক খাদী-প্ৰচাৰ, হৰিজন সেৱা, কানি নিবাৰণী, আদি বিষয়ত তেখেতৰ কাম চিৰস্মৰণীয় হৈ থাকিব।



# দেশসেৱক ৰোহিণীকান্ত হাতীবৰুৱা

বহুগৰ্ভা অসম মাতৃয়ে যুগ যুগ ধৰি বহুতো মহৎ লোকক জন্ম দি আহিছে। সেই পুৰুষসকলে কেৱল এটা বিষয়তে নহয়-ৰাজনীতি, ধৰ্মনীতি, সমাজসংস্কাৰ, সাহিত্য, কলা আৰু বল বীৰ্য চৰ্চা আদি সকলো বিষয়তে নিজ প্ৰতিভাৰ বিকাশ সাধন কৰি দেশৰ আৰু জাতিৰ অনেক উন্নতি কৰি গৈছে। অসম মাতৃৰ দুৰ্ভাগ্য, এনেকুৱা ভালেমান অসম-সন্তানে নিজ প্ৰতিভা বিকাশ কৰিবলৈ যথেষ্ট সময় পোৱা নাই। অলপ দিন থাকিয়েই তেওঁবিলাকে সংসাৰত যিখিনি কাম কৰি গৈছে, তাৰ তুলনাত তেওঁবিলাকে সংসাৰত, সাধাৰণভাৱেও যথেষ্ট দিন থাকিবলৈ পোৱা হ'লে কিমান যে কাম কৰিব পাৰিলেহেঁতেন, তাক বৰ্ণনা কৰিব নোৱাৰি। অকালতে মৰহি পৰা আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা, লম্বোদৰ বৰা, লক্ষীধৰ শৰ্মা আদিৰ লগৰে ৰোহিণীকান্ত হাতীবৰুৱা। এইসকললোকে অতি কম বয়সতে ইহলীলা সম্বৰণ কৰিও যি কাম কৰি গৈছে, তাৰ কাৰণেই আমি সকলোটি তেওঁবিলাকৰ প্ৰতি কৃতজ্ঞ হোৱা উচিত। তাকে কৰিব নোৱাৰিলে আমি মহাপাপ কৰা হ'ব। অকৃতজ্ঞ জাতিয়ে উন্নতি পথত কেতিয়াও আগবাঢ়ি যাব নোৱাৰে। ৰোহিণীকান্ত হাতীবৰুৱাই কম সময়ৰ ভিতৰতে অসমৰ ৰাজনীতি-ক্ষেত্ৰত যিমানখিনি কাম কৰি গ'ল, তাৰ সহজে তুলনা দিব নোৱাৰি।

১৮১৭ শকৰ (ইং ১৮৯৫) মাঘ মাহৰ ১৭ তাৰিখে ৰোহিণীকান্ত হাতীবৰুৱাদেৱে যোৰহাট মহকুমাৰ অন্তৰ্গত কৰঙাৰ হাতীবৰুৱাৰ ঘৰত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃদেৱেক গোলাপচন্দ্ৰ হাতীবৰুৱা এজন বিশিষ্ট লোক আছিল। এই গোলাপচন্দ্ৰ হাতীবৰুৱাৰ ঔৰসত,



পদ্মেশ্বৰী হাতীবৰুৱাৰ গৰ্ভত ৰোহিণীকান্তই জন্মগ্ৰহণ কৰে; তেওঁ পৰিয়ালৰ মাজু পুত্ৰ আছিল। তেওঁৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় মৰাণ গাঁও প্ৰাথমিক স্কুলত। কিন্তু তেওঁক তাৰপৰা সোনকালেই নি চেনিমৰা মাইনৰ স্কুলত ভৰ্তি কৰা হয়। তাৰপৰা তেওঁ ১৯১০ খ্ৰীষ্টাব্দত প্ৰথম বিভাগত মাইনৰ পাছ কৰি ১৯১১ খ্ৰীষ্টাব্দত যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ সপ্তম শ্ৰেণীত নাম লগায়। ঘৰৰপৰা দৈনিক সাত মাইল বাট খোজ কাঢ়ি গৈ নানা কষ্টৰ মাজতো তেওঁ ১৯১৪ খ্ৰীষ্টাব্দত ১৫ টকীয়া জলপানী লৈ সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। সৰুৰেপৰা তীক্ষ্ণ বুদ্ধিৰ অধ্যৱসায়ী ছাত্ৰ হাতীবৰুৱাই জলপানী পাইহে উচ্চ শিক্ষা লাভ কৰিবলৈ সুবিধা পাই ১৯১৫ খ্ৰীষ্টাব্দত কটন কলেজৰ বিজ্ঞান বিভাগৰ প্ৰথম বাৰ্ষিকত নাম লগায়। ১৯১৭ খ্ৰীষ্টাব্দত প্ৰথম বিভাগত আই.এচ.চি. পাছ কৰি কলিকতালৈ গৈ স্কটীচ চাৰ্চ কলেজত বি. এৰ তৃতীয় বাৰ্ষিকত ভৰ্তি হয়। দুৰ্ভাগ্যক্ৰমে তেওঁ বি. এ. পৰীক্ষা দিবৰ সময়ত নৰিয়াত পৰে। শোচনীয় আৰ্থিক অৱস্থাৰ ফালে চাই ডাক্তৰে বাধা দিয়াতো তেওঁ পৰীক্ষা দিব লগা হয়। সুখৰ বিষয়-তেনে অৱস্থাতো বি. এ. পাছ কৰি তেওঁ এম. এ. আৰু আইন শ্ৰেণীত ভৰ্তি হয়। কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ। ১৮২০ খ্ৰীষ্টাব্দত তেওঁ হাইজা ৰোগত আক্ৰান্ত হৈ কথমপি প্ৰাণ ৰক্ষা কৰি ভগ্ন স্বাস্থ্যলৈ ঘৰলৈ ঘূৰি আহে।

১৯২১ খ্ৰীষ্টাব্দৰ অসহযোগ আন্দোলনৰ সময়ত মহাত্মা গান্ধীয়ে অসম ভ্ৰমণ কৰে। সেই বছৰতেই অনুষ্ঠিত হোৱা প্ৰাদেশিক ছাত্ৰ সন্মিলনত হাতীবৰুৱাদেৱে সক্ৰিয় অংশগ্ৰহণ কৰে আৰু তাৰ লগতে অসহযোগ আন্দোলনত আশাশুধীয়াভাৱে যোগ দি কাৰাৰুদ্ধ হ'বলগীয়া হয়।

হাতীবৰুৱাদেৱৰ ত্যাগ আৰু কৰ্তব্যনিষ্ঠাত সন্তোষ পাই অসম প্ৰদেশ কংগ্ৰেছ কমিটীয়ে তেওঁক প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদকৰ গধুৰ ভাৰ অৰ্পণ কৰে। নিজৰ ত্যাগ, আদৰ্শ আৰু অমায়িক স্বভাৱৰ কাৰণেই যথেষ্ট শক্তিশালী প্ৰতিদ্বন্দীক পৰাজিত কৰি তেওঁ অসম বিধান সভাৰ সভ্য নিৰ্বাচিত হয় আৰু ১৯২৪ খ্ৰীষ্টাব্দৰপৰা ১৯২৮

খ্ৰীষ্টাব্দলৈকে এই পদত আন্তৰিকতাৰে কাম কৰি যথেষ্ট সুখ্যাতি অৰ্জন কৰি জনপ্ৰিয় হৈ পৰে। নিৰ্ভীক আৰু দূৰদৰ্শী সভ্য হিচাপে তেওঁ বিধান সভাৰ প্ৰতিটো প্ৰস্তাৱকে তন্ন তন্ন কৰি চালি-জাৰি চাইহে সমৰ্থন বা প্ৰতিবাদ কৰিছিল। সেই কাৰণেই প্ৰায় সকলো বিষয়তে চৰকাৰে তেওঁৰ লগত আলোচনা কৰিছিল। কটন কলেজত বিজ্ঞানৰ উচ্চ শিক্ষা, অসম মিউজিয়ম, স্কুলত ব্যায়াম শিক্ষাৰ বিশেষ প্ৰচলন আদি বিষয়ত তেওঁ বিধান সভাত প্ৰস্তাৱ গৃহীত কৰায়। ১৯২৪ খ্ৰীষ্টাব্দৰ কানি নিবাৰণী তদন্ত কমিটীৰ তেওঁ সম্পাদক আছিল। এই পদত তেওঁ অতি সুখ্যাতিৰে কাম কৰি সকলোৰে প্ৰশংসাভাজন হয়। মহাত্মা গান্ধীয়ে হাতীবৰুৱাৰ কানি তদন্ত বিষয়ত অত্যন্ত সুখী হৈ কৈছিল — "আপোনাক ঈশ্বৰে অসমৰপৰা কানি বৰবিহ নিৰ্মূল কৰিবলৈকে পঠাইছে; আপুনি এই কাম কৰিবই লাগিব"। এই কমিটীৰ জৰীপ আৰু চেষ্টাৰ ফলতেই শতকৰা দহভাগ কানিৰ প্ৰচলন চৰকাৰে তেতিয়াৰপৰাই কমাবলৈ বাধ্য হ'ল।

তেওঁ কৰি যোৱা মহৎ কামবিলাকৰ ভিতৰত অতি উল্লেখযোগ্য কাম হ'ল — ১৯২৬ খ্ৰীষ্টাব্দত পাণ্ডুত বহা নিখিল ভাৰত কংগ্ৰেছৰ অধিৱেশন। এই অধিৱেশনৰ কৃতকাৰ্যতাৰ কাৰণে হাতীবৰুৱাই কৰা চেষ্টা কম নাছিল। হাতীবৰুৱা আৰু তেওঁৰ সহকৰ্মীসকলৰ কাৰ্য-কুশলতা, ত্যাগ আৰু কষ্ট মহাত্মা গান্ধী আদি ভাৰতীয় বিশিষ্ট নেতা-সকলে সহানুভূতিৰে মুক্তকণ্ঠে প্ৰশংসা কৰিছিল।

অক্লান্ত কৰ্মী হাতীবৰুৱাদেৱে জীয়াই থকা দিনকেইটাত অলপো অৱসৰ ল'বলৈ সময় নেপালে। গোটেই অসমতে ভ্ৰমণ কৰি কানি তদন্তৰ জৰীপ তৈয়াৰ কৰাৰ উপৰিও অসমৰ জনসাধাৰণৰ মাজত সোমাই শিক্ষা আৰু ৰাজনীতিত সকলোকে সজাগ কৰি তুলিছিল। যোৰহাট মহকুমা গোটেইটো খোজকাঢ়ি ফুৰি কংগ্ৰেছ কমিটী পাতি ফুৰিছিল। অসমৰ বাহিৰেও তেওঁ ভাৰতৰ অনেক ঠাইত ভ্ৰমণ কৰিছিল আৰু ভাৰতৰ বিভিন্ন ঠাইত অনুষ্ঠিত হোৱা



নিখিল ভাৰত কংগ্ৰেছৰ অধিৱেশনবিলাকত অসমৰ প্ৰতিনিধিত্ব কৰিছিল। ১৯২১ খ্ৰীষ্টাব্দৰ গয়া অধিৱেশনত যোগ দি অসমৰ প্ৰতিনিধিত্ব কৰি সেই অধিৱেশনৰপৰাই সক্ৰিয় কংগ্ৰেছ সভ্য হয়। ১৯২৩ খ্ৰীষ্টাব্দত কোকনদ, ১৯২৪ খ্ৰীষ্টাব্দত বেলগ্ৰাম, আৰু ১৯২৫ খ্ৰীষ্টাব্দত কানপুৰ অধিৱেশনত তেওঁ যোগদান কৰিছিল। ভাৰতৰ বিভিন্ন ঠাইত ফুৰোঁতে তেওঁ বিশিষ্ট ভাৰতীয় নেতাসকলৰ লগত অসমৰ বিভিন্ন সমস্যা-বিলাকৰ বিষয়ে আলোচনা কৰে। কানি তদন্ত কমিটীৰ আলোচনাৰ কাৰণে তেওঁ মহামতি চি. এফ. এণ্ড্ৰুজক শান্তি নিকেতনত কেবাবাৰো লগ ধৰিছিল। দিল্লীত মণ্টেগুৰ সৈতেও অসমৰ সমস্যাবিলাকৰ বিষয়ে তেওঁ আলোচনা কৰিবলৈ সুবিধা পাইছিল।

হাতীবৰুৱাদেৱে স্বনামধন্য সাহিত্যিক পদ্মনাথ গোহাঁঞিবৰুৱা ডাঙৰীয়াৰ মধ্যমা কন্যা শ্ৰীমতী শান্তিপ্ৰভা আইদেউক বিয়া কৰায়। অবিৰাম দেশসেৱাৰ থাউতিত ছাত্ৰ অৱস্থাতে পৰি অহা স্বাস্থ্য ঘূৰাই পাবলৈ তেওঁৰ অৱসৰ নোলাল। ক্ৰমে স্বাস্থ্য বেয়া হৈ অহাত ডিব্ৰুগড় আৰু কলিকতাত চিকিৎসা কৰায়ো একো ফল নাপালে। ভাৰতৰ বিখ্যাত বৈদ্য, বংগদেশৰ মুখ্যমন্ত্ৰী ডাঃ বিধানচন্দ্ৰ ৰায়ৰ পৰামৰ্শমতে দুৰাৰোগ্য ৰোগৰ আৰোগ্যৰ আশা এৰি তেওঁ ঘৰলৈ ঘূৰি আহে। ১৯২৯ খ্ৰীষ্টাব্দৰ ৮ অক্টোবৰত গুৱাহাটীত তেওঁৰ শালপতিয়েক, কামৰূপৰ উপায়ুক্ত সিদ্ধেশ্বৰ গোহাঁইৰ ঘৰত তেওঁৰ পৰলোক হয়। তেওঁৰ মৃত্যুত সমগ্ৰ অসম শোকত ম্ৰিয়মান হৈ পৰিল। হাতীবৰুৱাদেৱৰ একমাত্ৰ কন্যাসন্তান শ্ৰীমতী সাবিত্ৰীবালা আইদেউ গৰ্ভত থাকোঁতেই, তেওঁ স্বৰ্গী হয়।

হাতীবৰুৱাদেৱ আছিল শিশুৰদৰে সৰল আৰু উদাৰ, সাহসত অগ্ৰগণী, কৰ্তব্যনিষ্ঠ আৰু অক্লান্ত পৰিশ্ৰমী। তেওঁৰ মনত কেতিয়াও কোনো ঠেকভাৱে ঠাই নাপাইছিল। তেওঁৰ অন্তৰত সৰুকালৰপৰাই স্বদেশী আৰু দেশসেৱাৰ ভাবে শিপাইছিল। সহজ-সৰল আৰু অমায়িক স্বভাৱৰ হাতীবৰুৱাই জাকজমকতা আৰু বিলাসীতা ভাল

নাপাইছিল। তেওঁ বৰ তেজস্বী স্বভাৱৰ আছিল; ছাত্ৰ অৱস্থাৰপৰাই তেওঁৰ এই গুণৰ প্ৰমাণ পোৱা গৈছিল। একেজন মানুহেই একেলেঠাবীয়ে প্ৰদেশ কংগ্ৰেছৰ সম্পাদক, কানি তদন্ত কমিটীৰ সম্পাদক, কাউন্সিলৰ সভ্য, কংগ্ৰেছ প্ৰচাৰক, সমাজসেৱক আদি অনেক কাৰ্যত ব্ৰতী হৈও, সাহিত্য চৰ্চা, ধৰ্ম চৰ্চা আদিতো মন দিব পাৰিছিল। অকালতে হাতীবৰুৱাক হেৰুৱাই অসমৰ অনেক ক্ষতি হ'ল। তেওঁ যথাৰ্থ জনপ্ৰিয় লোক আছিল, সেইহে অসমৰ ঘৰে ঘৰে হাতীবৰুৱাৰ নাম নজনা লোক বিৰল। একোজন লোকৰ একোটা ঠেলাত পৃথিৱীত বহুত পৰিৱৰ্তন হয়। হাতীবৰুৱাৰ আত্মত্যাগৰ বিনিময়ত অসমীয়া সমাজে আগবাঢ়ি যাবলৈ যি এটা প্ৰেৰণা পালে, সিয়েই দেশৰ স্বাধীনতা লাভত যথেষ্ট সহায় নাই কৰা বুলি কোনে ক'ব ?



# ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা

অসমৰ জননায়কসকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱা ত্যাগৰ প্ৰতিমূৰ্তি। অসমৰ যিসকল লোকে দেশৰ স্বাধীনতা, ৰাইজৰ কল্যাণ আৰু জাতিৰ সন্মানৰ কাৰণে অশেষ কষ্টকো বৰণ কৰি ল'ব পাৰিছিল, তাৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাও এজন। তেওঁ ভাৰতৰ স্বাধীনতা যুদ্ধৰ এজন লেখত ল'বলগীয়া সৈনিক। তেওঁৰ জীৱনৰ আদৰ্শই অনেক দেশকৰ্মীক সজবাটে লৈ গৈ উদ্দেশ্য সাধনত সহায় কৰিব।

তেজপুৰৰ গোৱালচন্দ্ৰ বৰুৱাৰ ঔৰসত পদ্মাৱতী বৰুৱানীৰ গৰ্ভত ১৮৯৩ খ্ৰীষ্টাব্দত হেমচন্দ্ৰ বৰুৱাদেৱৰ জন্ম হৈছিল। আদিতে তেখেত-সকল নগাঁৱৰ মানুহ আছিল। তেজপুৰত চৰকাৰী বিষয়ববীয়া হ'ব-লগীয়া হোৱাত তেওঁবিলাক তাতেই স্থায়ী হিচাপে বাস কৰিব-লগীয়া হয়। বৰুৱাদেৱৰ ছাত্ৰ-জীৱন বিশেষ মন কৰিবলগীয়া। তেওঁ অন্যান্য সকলো পাঠ্যবিষয়ত পাকৈত ছাত্ৰ আছিল যদিও অংকত বৰ পিছ পৰা আছিল। সেই কাৰণেই তেওঁ একাধিকবাৰ প্ৰৱেশিকা পৰীক্ষা দিব লাগিছিল আৰু ১৯১৫ খ্ৰীষ্টাব্দত, তেওঁ ককাইদেৱেক ক্ষীৰধৰ বৰুৱাৰ লগত থাকি বৰপেটাৰপৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। বিশেষ ৰাপ নথকা বিষয় ঘলেৰে জাপি লবলৈ বাধ্য হোৱাত বৰুৱাদেৱৰ বহুমূলীয়া জীৱনৰ কেবাটিও বছৰ অথলে যোৱাৰ নিচিনা হ'ল। কলেজীয়া জীৱনত নিজৰ ৰাপ অনুসৰি বিষয় বাছি লব পৰা হোৱাত বৰুৱাদেৱে বিশেষ সুখ্যাতিৰে পৰীক্ষা পাছ কৰিব পাৰিলে। ভৱিষ্যত জীৱনত সেই বিত্তাই তেওঁক নিজ কৰ্ত্তব্য সমাধা কৰাত বিশেষ সহায়ো কৰিলে। তেওঁ ১৯১৯

খ্ৰীষ্টাব্দত কটন কলেজৰপৰা ইংৰাজীত বিশেষ সন্মানেৰে সৈতে স্নাতক পৰীক্ষাত উত্তীৰ্ণ হৈ আৰ্ল ল কলেজত আইন পঢ়িবলৈ আৰম্ভ কৰে। আৰু ১৯২৫ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা আইনৰ শেষ পৰীক্ষা পাছ কৰে।

বৰুৱাদেৱৰ জন্ম হৈছিল জনতাৰ কল্যাণৰ কাৰণে, সেইহে তেওঁ ছাত্ৰ অৱস্থাৰপৰাই নায়ক হৈ পৰিছিল। ১৯১৮ খ্ৰীষ্টাব্দত তেওঁ কটন কলেজৰ 'ইউনিয়ন ছেক্ৰেটেৰী' আৰু ১৯১৮ খ্ৰীষ্টাব্দতেই গোলাঘাট অধিবেশনত অসম ছাত্ৰ সন্মিলনৰ সম্পাদক নিৰ্বাচিত হয়। তেওঁ সেই সময়ৰ বাছকবনীয়া ছাত্ৰ আৰু দেশকৰ্মীসকলৰ সহায় সহানুভূতিত অসম ছাত্ৰ সন্মিলনৰ আলমত ভালেখিনি সজ কাম হাতত লয়। ১৯২১ খ্ৰীষ্টাব্দত তেওঁ কলেজ বৰ্জন কৰি অসমৰ অসহযোগ আন্দোলন পৰিচালনা কাৰ্যত আগভাগ লয়। তেওঁ শাৰীৰিক দুখ-কষ্টলৈ ভ্ৰূক্ষেপ নকৰি সহকৰ্মীসকলেৰে সৈতে লগলাগি গাঁৱে-ভূঞে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য কৰি ফুৰিছিল। ১৯২১ খ্ৰীষ্টাব্দত বৰুৱাৰ চাৰে পাঁচ মাহ সশ্ৰম কাৰাদণ্ড হৈছিল। ১৯২১ খ্ৰীষ্টাব্দ অসম কংগ্ৰেছৰ কাৰণে বৰ ভীষণ সময়; এই সময়ত কংগ্ৰেছৰ কাম কৰিবলৈ জেলৰ বাহিৰত নেতা প্ৰায় নাইকিয়াই হৈছিল। সেই সময়তে তেওঁ জেলৰপৰা ওলাই আহি অসম প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদক নিৰ্বাচিত হয়। কংগ্ৰেছ-কৰ্মীসকলক ভয়ংকৰ চিন্তাত পেলোৱা, অন্ন-বস্ত্ৰ সমস্যাৰ সমাধানৰ নিমিত্তে, হেম বৰুৱা আৰু অমিয়কুমাৰ দাসে গুৱাহাটীত গেলামালৰ দোকান খোলে। দেশৰ কামত সদায় মনযোগ দিবলগীয়া হোৱাত দোকানত লোকচান হয় আৰু বৰুৱাদেৱে মহাজনৰ ধাৰ মাৰিবলৈ গুৱাহাটী নগৰত থকা নিজৰ মাটিকণো বেচিবলগীয়া হয়। তেওঁ-বিলাকে, চাহৰ দোকান পাতি, এৰি-মূগাৰ কাপোৰ বেচি ১৯২৩ খ্ৰীষ্টাব্দত কোকনদ কংগ্ৰেছত যোগ দিয়ে।

জননায়ক হবলৈ যিখিনি গুণ লাগে, তাৰ ভিতৰত ত্যাগ আৰু বাগ্মীতা বৰুৱাদেৱৰ প্ৰধান গুণ হিচাপে আছিল। তেখেতৰ ৰসাল



আৰু সহজ বক্তৃতা সৰ্বসাধাৰণৰ বোধগম্য হৈছিল আৰু সকলোৱে আগ্ৰহেৰে শুনিছিল। সাহিত্যিক হিচাপে তেখেতৰ ৰচিত বিশেষ বেলেগ পুথি নেথাকিলেও সমসাময়িক অসমীয়া আলোচনী বিলাকত প্ৰকাশ হোৱা প্ৰবন্ধবিলাকৰ মূল্য কম নহয়। ১৯২৬ খ্ৰীষ্টাব্দত গুৱাহাটী আদালতত ওকালতি কৰিবলৈ আৰম্ভ কৰি তাত যথেষ্ট খ্যাতি অৰ্জন কৰিও শেহত দেশৰ কাৰ্যত ক্ৰটী হব পাৰে বুলি ওকালতি বৰ্জন কৰি দেশৰ কামত একচেতীয়াকৈ লাগিল।

১৯৩০ খ্ৰীষ্টাব্দৰ অসহযোগ আন্দোলনৰ প্ৰাণ স্বৰূপ হৈ হেমবৰুৱা ৰাজনীতি ক্ষেত্ৰত অপ্ৰতিদ্বন্দী নেতাৰূপে সন্মান লাভ কৰে। ইয়াৰ ফলস্বৰূপে তেওঁ আকৌ কাৰাবৰণ কৰিবলগীয়া হয়। ১৯৩০ খ্ৰীষ্টাব্দত গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সভাপতি আৰু ১৯৩১ খ্ৰীষ্টাব্দত অসম কংগ্ৰেছ কমিটীৰ সম্পাদক নিৰ্বাচিত হৈ দেশৰ সকলো ঠাইতে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্যত নেতৃত্ব কৰি ফুৰিছিল।

সেই সময়তে তেওঁ কানিৰ দোকানত পিকেটিং কৰি আইন অমান্য কৰিবলৈ আগবঢ়াত দেৰ বছৰ বিনাশ্ৰমে ফাটেকত থাকিব লগীয়া হয়। ১৯৩৫ খ্ৰীষ্টাব্দত অসম কংগ্ৰেছে নানা জটিলতাৰ সন্মুখীন হ'বলীয়া হোৱাত তেওঁ দৃঢ়তাৰে সৈতে কংগ্ৰেছৰ কাৰ্য চলাই থাকি আইন সভাৰ নিৰ্বাচনী কাৰ্য শেষ কৰিলে আৰু ১৯৩৭ খ্ৰীষ্টাব্দত আকৌ অলপ দিনৰ কাৰণে তেজপুৰত ওকালতি কৰে। ১৯৩৯ খ্ৰীষ্টাব্দত তেওঁ অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি নিৰ্বাচিত হয়। সেই সময়তে তেওঁ অসমৰ পৰ্বতীয়া জিলাকেইখনতো কংগ্ৰেছৰ গঠনমূলক কাৰ্য আৰম্ভ কৰে। ১৯৩৯ খ্ৰীষ্টাব্দৰ ডিগবৈৰ তেল কোম্পানীৰ ধৰ্মঘটত বনুৱাসকলৰ স্বাৰ্থ ৰক্ষাৰ নিমিত্তে তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল। ১৯৪২ খ্ৰীষ্টাব্দত 'ভাৰত ত্যাগ' আন্দোলন চলোৱাৰ নিমিত্তে মহাত্মাকে আদি কৰি ভাৰতৰ নেতৃস্থানীয় সকলো কংগ্ৰেছ কৰ্মীয়ে কাৰাবৰণ কৰিবলগীয়া হোৱাত অসমতো কৰ্মীৰ অভাৱ হৈ পৰিল। সেই সময়ত বৰুৱাদেৱ নৰিয়া পাটীত। তেওঁ ৰুগীয়া শৰীৰেই কৰ্মীসকলক দিহা-পৰামৰ্শ দি

খ্ৰীষ্টাব্দত কটন কলেজৰপৰা ইংৰাজীত বিশেষ সন্মানেৰে সৈতে স্নাতক পৰীক্ষাত উত্তীৰ্ণ হৈ আৰ্ল ল কলেজত আইন পঢ়িবলৈ আৰম্ভ কৰে। আৰু ১৯২৫ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা আইনৰ শেষ পৰীক্ষা পাছ কৰে।

বৰুৱাদেৱৰ জন্ম হৈছিল জনতাৰ কল্যাণৰ কাৰণে, সেইহে তেওঁ ছাত্ৰ অৱস্থাৰপৰাই নায়ক হৈ পৰিছিল। ১৯১৮ খ্ৰীষ্টাব্দত তেওঁ কটন কলেজৰ 'ইউনিয়ন ছেক্ৰেটেৰী' আৰু ১৯১৮ খ্ৰীষ্টাব্দতেই গোলাঘাট অধিবেশনত অসম ছাত্ৰ সন্মিলনৰ সম্পাদক নিৰ্বাচিত হয়। তেওঁ সেই সময়ৰ বাছকবনীয়া ছাত্ৰ আৰু দেশকৰ্মীসকলৰ সহায় সহানুভূতিত অসম ছাত্ৰ সন্মিলনৰ আলমত ভালেখিনি সজ কাম হাতত লয়। ১৯২১ খ্ৰীষ্টাব্দত তেওঁ কলেজ বৰ্জন কৰি অসমৰ অসহযোগ আন্দোলন পৰিচালনা কাৰ্যত আগভাগ লয়। তেওঁ শাৰীৰিক দুখ-কষ্টলৈ ভ্ৰূক্ষেপ নকৰি সহকৰ্মীসকলেৰে সৈতে লগলাগি গাঁৱে-ভূঞে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য কৰি ফুৰিছিল। ১৯২১ খ্ৰীষ্টাব্দত বৰুৱাৰ চাৰে পাঁচ মাহ সশ্ৰম কাৰাদণ্ড হৈছিল। ১৯২১ খ্ৰীষ্টাব্দ অসম কংগ্ৰেছৰ কাৰণে বৰ ভীষণ সময়; এই সময়ত কংগ্ৰেছৰ কাম কৰিবলৈ জেলৰ বাহিৰত নেতা প্ৰায় নাইকিয়াই হৈছিল। সেই সময়তে তেওঁ জেলৰপৰা ওলাই আহি অসম প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদক নিৰ্বাচিত হয়। কংগ্ৰেছ-কৰ্মীসকলক ভয়ংকৰ চিন্তাত পেলোৱা, অন্ন-বস্ত্ৰ সমস্যাৰ সমাধানৰ নিমিত্তে, হেম বৰুৱা আৰু অমিয়কুমাৰ দাসে গুৱাহাটীত গেলামালৰ দোকান খোলে। দেশৰ কামত সদায় মনযোগ দিবলগীয়া হোৱাত দোকানত লোকচান হয় আৰু বৰুৱাদেৱে মহাজনৰ ধাৰ মাৰিবলৈ গুৱাহাটী নগৰত থকা নিজৰ মাটিকণো বেচিবলগীয়া হয়। তেওঁ-বিলাকে, চাহৰ দোকান পাতি, এৰি-মূগাৰ কাপোৰ বেচি ১৯২৩ খ্ৰীষ্টাব্দত কোকনদ কংগ্ৰেছত যোগ দিয়ে।

জননায়ক হবলৈ যিখিনি গুণ লাগে, তাৰ ভিতৰত ত্যাগ আৰু বাগ্মীতা বৰুৱাদেৱৰ প্ৰধান গুণ হিচাপে আছিল। তেখেতৰ ৰসাল



আৰু সহজ বক্তৃতা সৰ্বসাধাৰণৰ বোধগম্য হৈছিল আৰু সকলোৱে আগ্ৰহেৰে শুনিছিল। সাহিত্যিক হিচাপে তেখেতৰ ৰচিত বিশেষ বেলেগ পুথি নথাকিলেও সমসাময়িক অসমীয়া আলোচনী বিলাকত প্ৰকাশ হোৱা প্ৰবন্ধবিলাকৰ মূল্য কম নহয়। ১৯২৬ খ্ৰীষ্টাব্দত গুৱাহাটী আদালতত ওকালতি কৰিবলৈ আৰম্ভ কৰি তাত যথেষ্ট খ্যাতি অৰ্জন কৰিও শেহত দেশৰ কাৰ্যত ত্ৰুটী হব পাৰে বুলি ওকালতি বৰ্জন কৰি দেশৰ কামত একচেতীয়াকৈ লাগিল।

১৯৩০ খ্ৰীষ্টাব্দৰ অসহযোগ আন্দোলনৰ প্ৰাণ স্বৰূপ হৈ হেমবৰুৱা ৰাজনীতি ক্ষেত্ৰত অপ্ৰতিদ্বন্দী নেতাৰূপে সন্মান লাভ কৰে। ইয়াৰ ফলস্বৰূপে তেওঁ আকৌ কাৰাবৰণ কৰিবলগীয়া হয়। ১৯৩০ খ্ৰীষ্টাব্দত গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সভাপতি আৰু ১৯৩১ খ্ৰীষ্টাব্দত অসম কংগ্ৰেছ কমিটীৰ সম্পাদক নিৰ্বাচিত হৈ দেশৰ সকলো ঠাইতে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্যত নেতৃত্ব কৰি ফুৰিছিল।

সেই সময়তে তেওঁ কানিৰ দোকানত পিকেটিং কৰি আইন অমান্য কৰিবলৈ আগবঢ়াত দেৰ বছৰ বিনাশ্ৰমে ফাটেকত থাকিব লগীয়া হয়। ১৯৩৫ খ্ৰীষ্টাব্দত অসম কংগ্ৰেছে নানা জটিলতাৰ সন্মুখীন হ'বলীয়া হোৱাত তেওঁ দৃঢ়তাৰে সৈতে কংগ্ৰেছৰ কাৰ্য চলাই থাকি আইন সভাৰ নিৰ্বাচনী কাৰ্য শেষ কৰিলে আৰু ১৯৩৭ খ্ৰীষ্টাব্দত আকৌ অলপ দিনৰ কাৰণে তেজপুৰত ওকালতি কৰে। ১৯৩৯ খ্ৰীষ্টাব্দত তেওঁ অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি নিৰ্বাচিত হয়। সেই সময়তে তেওঁ অসমৰ পৰ্বতীয়া জিলাকেইখনতো কংগ্ৰেছৰ গঠনমূলক কাৰ্য আৰম্ভ কৰে। ১৯৩৯ খ্ৰীষ্টাব্দৰ ডিগবৈৰ তেল কোম্পানীৰ ধৰ্মঘটত বনুৱাসকলৰ স্বাৰ্থ ৰক্ষাৰ নিমিত্তে তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল। ১৯৪২ খ্ৰীষ্টাব্দত 'ভাৰত ত্যাগ' আন্দোলন চলোৱাৰ নিমিত্তে মহাত্মাকে আদি কৰি ভাৰতৰ নেতৃস্থানীয় সকলো কংগ্ৰেছ কৰ্মীয়ে কাৰাবৰণ কৰিবলগীয়া হোৱাত অসমতো কৰ্মীৰ অভাৱ হৈ পৰিল। সেই সময়ত বৰুৱাদেৱ নৰিয়া পাটীত। তেওঁ ৰুগীয়া শৰীৰেই কৰ্মীসকলক দিহা-পৰামৰ্শ দি

চলাবলগীয়া হৈছিল। ১৯৪৩ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত তেওঁ থকা ঘৰটোৰ খটখটিৰ পৰা পিছলি পৰি আঁঠুৰ ঘিলাটো ভাগিল। অন্যতম প্ৰসিদ্ধ আৰু আশাশুধীয়া দেশকৰ্মী ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ যত্নত বৰুৱাদেৱ আৰোগ্য হ'ল যদিও ভগ্ন স্বাস্থ্যৰ উন্নতি নহ'ল। ১৯৪৫ খ্ৰীষ্টাব্দৰ ১১ আগষ্ট তাৰিখে ৰাতি ৮ মান বজাত হঠাৎ হৃদযন্ত্ৰত প্ৰবল আক্ৰমণৰ কাৰণে বৰুৱাদেৱে ইহধাম পৰিত্যাগ কৰিলে। বৰুৱাদেৱ আছিল ভাৰতৰ স্বাধীনতা যুদ্ধৰ বীৰ সৈনিক; অসম আইৰ উজ্বল ৰত্ন, নিঃস্বাৰ্থ দেশসেৱক, অসমৰ নেতাসকলৰ সোঁহাত স্বৰূপ আৰু অসমীয়া ছাত্ৰসমাজৰ পথ-প্ৰদৰ্শক। তেওঁৰ কাৰ্যাৱলী আৰু আদৰ্শই, তেওঁৰ ত্যাগ আৰু দেশসেৱাই অসমবাসীক ৰাজনীতি, সমাজনীতি, সাহিত্য-ক্ষেত্ৰ সকলোতে প্ৰেৰণা দি থাকিব।



সমাপ্ত



